TO ME, SANSKRIT is dearer than any other language Its music has charms which no words can express Its capability of representing every form of human thought in most appropriate language is probably not rivalled, certainly not surpassed by any other language —*Anundoram Borooah*

• • • •

I HOPE THE DAY is not distant when our countrymen will care more for our home literature than they now do for Shakespear and Bacon —for Addison and Johnson —*Anundoram Borooah*

• • • •

MR. BOROOAH'S SANSKRIT scholarship is as profound and accurate as it is extensive We are proud of him as a nation, and we earnestly hope and trust that our brightest youths may follow his noble though very arduous path —*The Lahore Tribune*, August 19, 1887.

• • • •

AS A MEMBER of the Indian Civil Service Anundoram Borooah combined the duties of an administrator with extraordinary devotion to literature, and at the time of his death, I understand, he was engaged in preparing a dictionary of the Sanskrit language which, alas, never saw the light. His was a case of blighted promise which in its fruition would have enriched the world of letters —*Surendranath Banerjea.*

• • • •

CUT IS the branch that might have grown full straight,
And burnt is Apollo's laurel bough,
That sometimes grew within this learned man

—Marlowe, *Faustus*,

•



LIFE OF ANUNDORAM BOROOAH
BY DR S K BHUYAN

FRONTISPIECE

# আনন্দৰাম বৰুৱা

## জীৱন-চৰিত

ৰচোঁতা

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

"शूर्पवद्दोषमुत्सृज्य गुणं गृह्णन्ति साधवः"



লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

LIFE OF ANUNDORAM BOROOAH, B.A., I.C.S., Barrister-at-Law, Sanskritist, by Dr. Suryya Kumar Bhuyan, M.A., B.L. (Cal.), PH.D. (Lond.), D.LIT. (Lond.).

প্ৰকাশক—শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত-বৰুৱা, বি-এল,
লয়াৰ্চ বুক ষ্টল, গুৱাহাটী।

প্ৰথম তাঙৰণ, আগষ্ট ১৯২০ চন।
দ্বিতীয় তাঙৰণ, অক্টোবৰ ১৯২৪ চন।
তৃতীয় তাঙৰণ, অক্টোবৰ ১৯৫৫ চন।

মুদ্ৰাকৰ—শ্ৰীতীৰ্থনাথ পাল, নবজীৱন প্ৰেছ,
৬৬, গ্ৰে ষ্ট্ৰীট, কলিকতা-৬।

Printed by Shri Tirthanath Paul at the Nabajiban Press, 66, Grey Street, Calcutta-6; and published by Shri Bichitra Narayan Datta-Barua, B.L., Lawyer's Book Stall, Panbazar, Gauhati, Assam. October 1955.

# গ্ৰন্থকাৰৰ নিবেদন

**প্ৰথম তাঙৰণ।**—স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জীৱনচৰিত ৰচনা সম্পন্ন কৰা আজি কেবাবছৰো হল। ইমান দিন সেই সংকল্পক কাৰ্য্যলৈ পৰিণত কৰিবলৈ নোৱাৰাৰ প্ৰধান কাৰণ স্বৰ্গীয় মিঃ বৰুৱাৰ জীৱনৰ সকলো ঘটনা আমি ভাল মতে গোটাব পৰা নাছিলোঁ। আনন্দৰাম বৰুৱাৰ জীৱনচৰিতৰ আহিলা-সমল আমি সংগ্ৰহ কৰাৰ পিচতো তাক জুকিয়াই এটি সম্বন্ধ-লগা বিৱৰণ ৰচনা কৰাৰ কাৰণে সুবিধা মতে অৱসৰ পোৱা নাছিলোঁ।

মিঃ বৰুৱাৰ জীৱনৰ কাহিনীৰ সকলো কথা প্ৰকাশ কৰাত কিমান পৰিশ্ৰম হৈছে সেইটো ৰাইজৰ বিচাৰৰ তলতীয়া। বিশেষতঃ আমাৰ অসমত এনে এজন মানুহ নেপালোঁ যি আনন্দৰামৰ বিষয়ে ধাৰাবাহিক-ৰূপে জানে। আমি আৰু এটা অসুবিধাত পৰিছিলোঁ—আনন্দৰাম বৰুৱাই তেওঁৰ সংক্ষিপ্ত জীৱনৰ ভিতৰতে অকল মাথোন এঠাইত বাস নকৰিছিল। চৰকাৰী কাৰ্য্যৰ অনুৰোধত তেওঁ অসমৰ বাহিৰেও বহুত নানান ঠাইত ভ্ৰমি ফুৰিব লাগিছিল। গতিকে তেওঁৰ জীৱনৰ কীৰ্ত্তি-কাহিনী নানান ঠাইত সিঁচৰতি হৈ পৰি আছে, তাক সংগ্ৰহ কৰি জুকিয়াই মিলোঁতে আমাৰ যথাসাধ্য পৰিশ্ৰম হৈছে। তাৰ উপৰিও আনন্দৰাম বৰুৱাই নিজৰ কথা কাৰো আগত খুলি নকৈছিল, তাৰপৰা তেওঁৰ জীৱনৰ বহুত কাহিনী লুপ্ত হৈছে। বৰ্ত্তমান জীৱন-চৰিতত আনন্দৰাম বৰুৱাৰ সমুদায় গ্ৰন্থৰ আমি সৰল ভাবে সকলোৱে বুজিব পৰাকৈ পৰিচয় দিবলৈ যত্ন কৰিছোঁ। তেওঁৰ সকলো গ্ৰন্থ সংগ্ৰহ কৰাতো আমাৰ অশেষ পৰিশ্ৰম হৈছে।

এই পৰিশ্ৰমৰ মূলত এটি কথাই আমাক বৰকৈ উদগাইছিল। তাহানি বচ্‌ওৱেলে সুপ্ৰসিদ্ধ ইংৰাজ সাহিত্যিক ডাক্তাৰ জনচনৰ জীৱনী লিখোঁতে এটা তাৰিখ বিচাৰৰ কাৰণে লণ্ডন মহানগৰীৰ ইমূৰৰপৰা সিমূৰলৈকে লৰিছিল।

দ্বিতীয় উদগনিৰ মূল হৈছে মিঃ চিড্‌নি কল্‌ভিন্‌ বিৰচিত ইংলণ্ডৰ কবি কীট্‌চৰ জীৱন-চৰিতত থকা এনাৰি কথা—"অনেকে কীট্‌চৰ জীৱন-চৰিত লিখিবলৈ আয়োজন কৰিছিল, কিন্তু তেওঁলোকৰ এটিও আয়োজন কাৰ্য্যত পৰিণত নহল। অৱশেষত কীট্‌চৰ মৃত্যুৰ পঁচিশ বছৰৰ পিচত, মিঃ ম কৃটন মিলনচ্‌ (পিচলৈ লৰ্ড হটন নামে জনাজাত) নামে এজন মানুহে এই কামটি হাতত লয়। তেওঁ কেতিয়াও কীট্‌চক দেখা নাছিল। মিলনচে কীট্‌চৰ মৃত্যুৰ পাচত জীয়াই থকা কীট্‌চৰ বন্ধুবান্ধৱৰ পৰা সহায় লৈ কবিৰ জীৱনৰ এটি নিখুঁত ছবি সকলোৰে আগত দাঙি ধৰে। ইয়াৰ ফলে মি. মিলনচৰ কাপৰপৰা আমি কীট্‌চৰ এখনি সুন্দৰ মনোৰম জীৱনকাহিনী পঢ়িবলৈ পাইছোঁ, তাৰ লগত প্ৰত্যেক শিক্ষাৰ্থী চিনাকি।" কীট্‌চৰ জীৱন-চৰিত লেখক লৰ্ড হটনৰ দৃষ্টান্তই আমাক ববকৈ উৎসাহ দিছিল।

তৃতীয় উদগনিৰ মূল কাৰণ আছিল যে আমি অসমীয়া প্ৰাচীন কীৰ্ত্তিকলাপেৰে ভৰপূৰ হলেও এতিয়া আমি দৰিদ্ৰ। আমাৰ মাজত মহাপুৰুষৰ জন্ম একেবাৰে বন্ধই হৈ গৈছে। জগতৰ আগত অসমৰ মুখ উজ্জ্বল কৰোঁতা কেইজন মহাত্মাই আমাৰ মাজত জন্ম গ্ৰহণ কৰিছে? আনন্দৰামৰ সুখ্যাতি ভাৰত আৰু ইউৰোপৰ শিক্ষাকেন্দ্ৰত বৰকৈ প্ৰচাৰিত। তেওঁৰ দ্বাৰা অসমক সভ্য জগতে চিনিব পাৰিছে। কিন্তু আমাৰ দেশৰ এনেকে দুৰ্ভাগ্য যে এই মহাপুৰুষৰ আমি এতিয়াও এখনি জীৱন-চৰিত উলিয়াব পৰা নাই। এই পাপৰ কাৰণে আনন্দৰামৰ দৰে দ্বিতীয় জন মহাপুৰুষ এই পৰিধিতে অসমত জন্ম গ্ৰহণ কৰা নাই।

সেই পাপৰ এতিয়াও প্ৰায়শ্চিত্ত হোৱা নাইনে? অসম [illegible] স[illegible]তাৰ পৰম[illegible] লম্বোদৰ বৰাই আনন্দৰাম ঢেকুৱাৰ পিচত তেওঁৰ জীৱন-চৰিত লিখিবলৈ [illegible] টোই লৈছিল। আনন্দৰামৰ প্ৰায় সমসাময়িক স্বৰ্গীয় বৰা ডাঙৰীয়াই যদি সেই জীৱন-চৰিত সম্পূৰ্ণ কৰি যাব পাৰিলেহেঁতেন তেন্তে অসমীয়া জাতিৰ পৰম উপকাৰ হল-হেঁতেন, তাৰ লগে-লগে আনন্দৰাম বৰুৱাৰ জীৱনৰ বহুতো ঘটনা ৰাইজৰ আগত প্ৰকাশ হলহেঁতেন। স্বৰ্গীয় বৰা ডাঙৰীয়াৰ অন্যান্য উচ্চ সংকল্পৰ লগে-লগে সেই সংকল্পও কালৰ গৰ্ভত লীন হল। বিশেষ দুখৰ বিষয় এই যে লম্বোদৰ বৰাৰ মৃত্যুৰ পিচত আন কোনো উদ্যোগী অসমীয়াই সেই কাম হাতত নললে। আনন্দৰামৰ স্মৃতি তেতিয়াও অসমীয়া ৰাইজৰ অন্তৰত সজাগ আছিল।

বৰ্ত্তমান জীৱনী সংকলনত আমি নানান ঠাইৰ নানান মানুহবোৰৰ আনন্দৰামৰ বিষয়ে কথা লৈছোঁ, কিন্তু তাৰ ভিতৰত বিশেষ সম্বন্ধৰ আৰু মিঃ বৰুৱাৰ আন আন কথাৰ লগত ৰক্ষিতা পায় সেইবোৰকহে ঘাইকৈ এই জীৱন-চৰিতত ঠাই দিছোঁ।

আনন্দৰামৰ জীৱনৰ কাহিনীৰ আহিলা-সঁজুলি আৰু উদগনি দি সহায় কৰোঁতাসকলৰ ভিতৰত সৰ্ব্ব প্ৰথমতে স্বৰ্গীয় চাৰ গুৰুদাস বন্দ্যো-পাধ্যায়ৰ নাম লব লগীয়া। ১৯১২ চনৰ জানুৱাৰী মাহৰ ১৩ তাৰিখে আমি পূজ্যপাদ বন্দ্যোপাধ্যায় ডাঙৰীয়াৰ পৰা তেওঁৰ প্ৰিয়তম শিষ্য মিঃ বৰুৱাৰ কলেজীয়া জীৱনৰ ঘাই কথাখিনিৰ আভাস পাওঁ। আজি চাৰ গুৰুদাস বন্দ্যোপাধ্যায় আৰু ইহসংসাৰত নাই, তেওঁৰ পবিত্ৰ নামৰ উদ্দেশ্যে কৃতজ্ঞতাৰ অঞ্জলি আগ বঢ়ালোঁ।

তাৰ পিচত কলিকতাৰ বাৰিষ্টাৰ কলিকতা বিশ্ববিদ্যালয়ৰ দানশীল পৃষ্ঠপোষক মিঃ বৰুৱাৰ আজীৱন বন্ধু বৰৰ দাতাকৰ্ণ স্বৰ্গীয় চাৰ তাৰকানাথ পালিতক মিঃ বৰুৱাৰ জীৱন-কাহিনীৰ বাবে আমি ১৯১৩ চনৰ

জানুৱাৰী মাহৰ ১২ তাৰিখে দেখা কৰিবলৈ যাওঁতে, মিঃ পালিত তেতিয়া শয্যাগত, তেওঁ মানুহক প্ৰায় দেখা নিদিছিল আৰু ঘৰৰপৰাই প্ৰায় বাহিৰ নহৈছিল, এনেকি কলিকতা বিশ্ববিদ্যালয়ে বিশেষকৈ পত্ৰা কনভ'কেছন-লৈ নৈ তেওঁক দানকৰা ডি-এল উপাধি আনিবলৈকো তেওঁ সমৰ্থ নাছিল। কিন্তু আমি দেখা কৰিবলৈ যাওঁতে ভিজিটিং কাৰ্ডত আনন্দৰামৰ জীৱনস্মৃতিৰ নিমিত্তে তেওঁৰ ওচৰলৈ গৈছোঁ বুলি লিখিলোঁ, তেওঁ তুৰন্তে আমাক তেওঁৰ শয্যাৰ ওচৰলৈ মাতি নিলে। তেওঁৰ শৰীৰ অৱশ থকা সত্বেও প্ৰিয় বন্ধু মিঃ বৰুৱাৰ বিষয়ে দুই-এটি কথা মনত আছিল, আমাক তেওঁ আপ্যায়ন কৰিলে। তেওঁৰ পবিত্ৰ আত্মাৰ উদ্দেশে আমি কৃতজ্ঞতা জনালোঁ।

১৯১৭ চনৰ জুন মাহত এটি বিশেষ কামত যোৰহাটৰ পৰা ছিলঙলৈ যাব লগীয়া হোৱাত গুৱাহাটীত এবেলা এনিশা থাকিব লগাত পৰোঁ। সেইদিনা জুন মাহৰ ৯ তাৰিখ, শনিবাৰ। গুৱাহাটী পানবজাৰৰ সনাতন ধৰ্ম্মসভা মন্দিৰৰ ওচৰত এটি ঘৰত চলংশক্তিৰহিত হৈ আনন্দৰাম বৰুৱাৰ বাল্যকালৰ শিক্ষাগুৰু স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী ডাঙৰীয়া বাস কৰিছিল, তেওঁৰ বয়স তেতিয়া চাৰি কুৰি চাৰি বছৰ। তেওঁক বুঢ়াচৰ আমোলৰ অসমৰ জীৱন্ত বুৰঞ্জী বুলিলেও সৰহ কোৱা নহয়। তেওঁৰ ওচৰত অসমৰ আগৰ তৃৰপৰ যিসকল পুৰুষে নাম ৰাখি গৈছে বা নাম থব লাগিছে তেওঁলোক সকলোৱে শিক্ষা লাভ কৰিছে।

তেওঁৰ নিচিনা সৰ্ব্বশাস্ত্ৰবিশাৰদ পণ্ডিত অসমত দুৰ্লভ। আমি তেওঁৰপৰা আনন্দৰামৰ লৰাকাল, আনন্দৰামৰ ককায়েকহঁত আৰু পিতৃ গংগাৰামৰ বিষয়ে ভালেখিনি কথা পালোঁ। আজি গোস্বামী ডাঙৰীয়া ইহসংসাৰত নাই, তেওঁৰ পবিত্ৰ আত্মাৰ উদ্দেশ্যে আমি কৃতজ্ঞতাৰ অঞ্জলি অৰ্পণ কৰিলোঁ।

তাৰ পাচত অসমত বহুত দিন ডিপুটি কমিচনাৰ কাম কৰি অৱসৰ-

প্ৰাপ্ত ডিভিজিয়ান মিঃ জে-ডি এণ্ডাৰচন বৰ্ত্তমানে কেম্ব্ৰিজ আৰু লণ্ডন ইউনিভাৰ্চিটিৰ বঙ্গালী আৰু অসমীয়া ভাষাৰ অধ্যাপক। তেওঁ অসমীয়া প্ৰজাক কি দৰে ভাল পাইছিল, আৰু অসমৰ ইতিবৃত্ত অনুসন্ধানত কিদৰে মন মেলিছিল, আৰু অসমৰ ৰাইজক সেইবোৰ কামত কিদৰে উৎসাহ দিছিল তাক প্ৰায় সকলোৱে জানে। তাহানি আনন্দৰাম বৰুৱাৰ বিষয়ে স্বৰ্গীয় ঠাকুৰদাস মুখোপাধ্যায় ৰচিত প্ৰথম ভাগ "সাহিত্য"ত প্ৰকাশিত এটি প্ৰবন্ধত পাইছিলোঁ যে কেম্ব্ৰিজৰ মিঃ চেচিল বেণ্ডেলে স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ বিষয়ে এটি ইংৰাজী প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধৰ কাৰণে কলিকতাৰ প্ৰেচিডেন্সী কলেজ আৰু ইম্পীৰিয়েল লাইব্ৰেৰীত কাকত-পত্ৰ বিচাৰি মই চলাঠ কৰিলোঁ, কিন্তু দুৰ্ভাগ্যবশতঃ মোৰ পৰিশ্ৰম সাৰ্থক নহ'ল। তাৰ অলপ আগতে মিঃ জে-ডি এণ্ডাৰচনে "ইণ্ডিয়ান স্পেক্টেটাৰ" নামে কাগজত এটি প্ৰবন্ধ লিখোঁতে মিঃ বৰুৱাৰ নাম উল্লেখ কৰিছিল। তাৰেপৰা মই অনুমান কৰিলোঁ মিঃ এণ্ডাৰচন চাহাবে মিঃ বৰুৱাৰ বিষয়ে নিশ্চয় আৰু কথা জানে। সেই দেখি এই মতে ১৯১৪ চনৰ জানুৱাৰী মাহৰ আদিতে মই মিঃ এণ্ডাৰচনলৈ এখনি চিঠি লিখিলোঁ,—"স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জীৱনী লিখিবলৈ আয়োজন কৰিছোঁ। ইণ্ডিয়ান স্পেক্টেটাৰ কাগজৰপৰা অনুমান কৰিব পাৰিলোঁ আপুনি মিঃ বৰুৱাৰ বিষয়ে বহুত কথা জানে। অনুগ্ৰহ কৰি সেইবোৰ কথা মোলৈ যেন লিখি পঠিয়ায়। আৰু শুনিছোঁ কেম্ব্ৰিজৰ অধ্যাপক মিঃ চেচিল বেণ্ডেলে কোনো এখন ইংৰাজী কাকতত মিঃ বৰুৱাৰ বিষয়ে এটি প্ৰবন্ধ লিখিছিল। কিন্তু দুৰ্ভাগ্য-বশতঃ সেই বহুমূলীয়া প্ৰবন্ধটি মই আজিলৈকে বিচাৰি উলিয়াব পৰা নাই। আপোনালোকৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীত কোনো কিতাপৰ অভাৱ নাই। অধ্যাপক বেণ্ডেলে লিখা প্ৰবন্ধটি মই ক'ত কিদৰে পাম তাৰ এটি উপায় দিলে মই কৃতাৰ্থ মানিম।" মিঃ এণ্ডাৰচনে ১৯১৪ চনৰ জানুৱাৰী মাহৰ ২০ তাৰিখে

এই চিঠিৰ উত্তৰ দিয়ে, আৰু লগতে মিঃ বেণ্ডেলৰ প্ৰবন্ধটি পঠিয়াই এই-দৰে লিখে,—"মিঃ আনন্দৰাম বৰুৱাৰ সৈতে সাক্ষাৎ হোৱা মোৰ ভাগ্যত নঘটিছিল। তেওঁ বঙ্গদেশত চাকৰি কৰিছিল, আৰু তেতিয়া মই অসমত চাকৰি কৰিছিলোঁ। অৱশ্যে তেওঁৰ পাণ্ডিত্য আৰু পৰিশ্ৰমৰ যশ আমাৰ জনা আছিল, আৰু তেওঁৰ অকাল মৃত্যুত আমি আটায়ে দুখ প্ৰকাশ কৰিছিলোঁ।"

অধ্যাপক চেচিল বেণ্ডেলৰ প্ৰবন্ধটিয়ে এই গ্ৰন্থ ৰচনাত আমাক ভালেখিনি সহায় কৰিছে। এই ঠাইতে আমি মিঃ এণ্ডাৰচন চাহাবলৈ কৃতজ্ঞতা জনাওঁ।

অৱসৰ পোৱা এক্জিকিউটিভ ইঞ্জীনিয়াৰ মিঃ নলীনাৰায়ণ বৰা ডাঙৰীয়াই হেথেতৰ দাৰ্জ্জিলিঙত থকা শান্তি-আশ্ৰমৰ পৰা আমালৈ মিঃ বৰুৱাৰ বিষয়ে এখনি অতি সুন্দৰ ভাষাত জীৱনস্মৃতি লিখি পঠিয়াই দিছে। তাৰ অসমীয়া ভাঙনি আমি জীৱন-চৰিতত দিছোঁ, আৰু মূল ইংৰাজী চিঠিখনি ওপৰঞ্চিত ঠাই দিয়া হৈছে। মিঃ বৰা ডাঙৰীয়াই আমাক এই দৰে উৎসাহ দিয়াৰ বাবে আমি কৃতজ্ঞ থাকিলোঁ।

স্বৰ্গীয় ঠাকুৰদাস মুখোপাধ্যায়ে প্ৰথম বছৰ "সাহিত্য"ত ( ১২৯৭ বঙ্গাব্দ ) আনন্দৰাম বৰুৱাৰ বিষয়ে এটি তেজস্বী প্ৰবন্ধ লিখে। পুৰণি "সাহিত্য" গুৱাহাটীত বিচাৰি নোপোৱাত লিখকে ১৯১৮ চনত কলিকতাৰ ইম্পীৰিয়েল লাইব্ৰেৰীলৈ সেই গ্ৰন্থ খুজি পঠিয়ায়। লাইব্ৰেৰীয়ানে তুৰন্তে সেই কিতাপ পঠিয়াই লিখকক চিৰবাধিত কৰিছে। তাৰ উপৰিও ইম্পীৰিয়েল লাইব্ৰেৰীৰ ৰিডিংৰুমৰ চুপাৰিণ্টেণ্ডেণ্ট মহোদয়ে লিখকক গৱৰ্ণমেণ্টৰ প্ৰকাশিত পুৰণা কিতাপ-পত্ৰ বাতৰি-কাকত আদি দি মিঃ বৰুৱাৰ জীৱন-চৰিত্ৰৰ সমল গোটোৱাত সহায় কৰাত লিখকে তেওঁলৈ কৃতজ্ঞতা জনাইছে।

মাদ্ৰাজৰ দেশপ্ৰেমিক সম্পাদক আৰু প্ৰকাশক শ্ৰীযুক্ত জি-এ

নেটিচন মহাশয়ৰ অনুৰোধ মতে বৰ্ত্তমান লিখকে মিঃ বৰুৱাৰ বিষয়ে এটি ইংৰাজী প্ৰবন্ধ লিখে। সুখৰ বিষয় প্ৰস্তাৱিত সংস্কৃত পণ্ডিতবৃন্দৰ জীৱনীমালাত মিঃ নেটিচনে আনন্দৰাম বৰুৱাৰ জীৱনচৰিত অন্তৰ্গত কৰিবলৈ আৰু উক্ত ইংৰাজি প্ৰবন্ধটি "ইণ্ডিয়ান ৰিভিউ" কাকতত প্ৰকাশ কৰিবলৈ গাত লৈছে।

অসমীয়াৰ মাজত বাতৰি-কাকত পৰিচালনাত কৃতী পুৰুষ 'টাইমচ্ অব্ আসাম'ৰ সম্পাদক শ্ৰীযুত ৰাধানাথ চাংকাকতী ডাঙৰীয়াৰ ওচৰত এই খিনিতে কৃতজ্ঞতা জনাইছোঁ। শ্ৰীযুত চাংকাকতী ডাঙৰীয়াই তেখেতৰ বহুমূলীয়া কাকতত কেবামাহো ধৰি লিখা-মেলে এই জীৱনীৰ বিষয়ে জাননী ছপাই লিখকক অশেষ উৎসাহ দিছে। কটন কলেজৰ সংস্কৃত সাহিত্যৰ অধ্যাপক শ্ৰীযুক্ত লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় বেদশাস্ত্ৰী-দেৱে এই পুথিৰ অন্তৰ্গত সাহিত্য-প্ৰতিভা আৰু গ্ৰন্থপৰিচয় খণ্ড পঢ়ি চাই দিয়াত লিখকে কৃতজ্ঞতা জনাইছে। অসমীয়া সাহিত্যৰ পৰমহিতৈষী আৰু আসাম পাবলিছিং হাউচৰ প্ৰতিষ্ঠাতা শ্ৰীযুক্ত জিতেন্দ্ৰকুমাৰ দাসদেৱে মিঃ বৰুৱাৰ জীৱন-চৰিত ৰচনা হাতত লবলৈ লিখকক ঘনাই উদগনি দিয়াত তেখেতলৈ এই খিনিতে কৃতজ্ঞতা জনাইছোঁ।

সাৰশেষত বৰ আনন্দেৰে ক'ব লগাত পৰিছে যে স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ একমাত্ৰ জীৱিত ভায়েক শ্ৰীযুত কেশৱৰাম বৰুৱা ডাঙৰীয়াই তেখেতৰ জগতপ্ৰসিদ্ধ ককাইদেউৰ এই জীৱন-চৰিতখনি প্ৰকাশ কৰাত নানান প্ৰকাৰে সহায় কৰি লিখকক পৰম উৎসাহ দিছে। সেইকাৰণে মই তেখেতৰ ওচৰত বিশেষ ঋণী। শ্ৰীযুত বৰুৱা ডাঙৰীয়াই এই জীৱনীৰ জীৱনকাহিনী ভোৱা হাতে-লিখা অৱস্থাতে পঢ়ি চাই আৰু ঠায়ে-ঠায়ে সংশোধন কৰি গ্ৰন্থৰ নানান অভাৱবোৰ আঁতৰাই দিছে। তেখেতৰ পৰা ককাইদেউৰ এখনি মূলীয়া ফটোও আমি পাইছোঁ। মৰমৰ ককাইদেউৰ স্মৃতি যুগমীয়া কৰিবৰ কাৰণে শ্ৰীযুত কেশৱৰাম বৰুৱা

ডাঙৰীয়াৰ সহানুভূতি এইখিনিতে সমাপ্ত হোৱা নাই ;—বৰ্ত্তমান গ্ৰন্থৰ ছপাখৰচ সকলো তেওঁতে দানস্বৰূপে মহা আনন্দেৰে বহন কৰিছে। স্বৰ্গীয় মিঃ বৰুৱাৰ ভায়েক শ্ৰীযুত কেশৱৰাম বৰুৱা ডাঙৰীয়াই সাহিত্য-সহানুভূতিৰ এই অতুলন দৃষ্টান্ত দিয়াত তেওঁৰ ওচৰত গ্ৰন্থকাৰ আৰু তাৰ লগে-লগে অসমীয়া সাহিত্য ধৰুৱা হৈ থাকিল।

ওপৰত কোৱা ভদ্ৰলোক কেইজনৰ বাহিৰেও আমি কেইবা গৰাকীও অসমীয়া ভদ্ৰলোকৰ পৰা আনন্দৰামৰ বিষয়ে কথা সংগ্ৰহ কৰিব পাৰিছোঁ, বা আন প্ৰকাৰে সহায় পাইছোঁ :- শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী, স্বৰ্গীয় কান্তিৰাম বৰুৱা, শ্ৰীযুত ভাদিৰাম বৰুৱা, শ্ৰীযুত সোনাৰাম বৰুৱা, শ্ৰীযুত কনকলাল বৰুৱা, শ্ৰীযুত ঈশ্বৰপ্ৰসাদ বৰুৱা, স্বৰ্গীয় চন্দ্ৰশেখৰ বৰুৱা, শ্ৰীযুত লক্ষ্মীপ্ৰসাদ বৰুৱা, শ্ৰীযুত অম্বিকানাথ বৰা। শ্ৰীতৰুণচন্দ্ৰ বৰুৱা দেৱশৰ্ম্মা লিখকে নোৱাখালীৰ অভিনন্দন পত্ৰখনি পাইছে।

এই সকলোলৈকে লই কৃতজ্ঞতা জনালোঁ। ছাত্ৰৰ মাজত তলত লেখা কেইজনে মোক গ্ৰন্থ নকল আদি কামত সহায় কৰিছে ;—শ্ৰীমান গগনচন্দ্ৰ পাটোৱাৰী, শ্ৰীমান হলিৰাম ডেকা, শ্ৰীমান উমেশচন্দ্ৰ মজিন্দাৰ বৰুৱা, শ্ৰীমান হৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীমান বংশীধৰ ভূঞা, শ্ৰীমান মহেন্দ্ৰনাথ ফুকন।

আমি এটি কথা আজি বৰকৈ অনুভৱ কৰিছোঁ—স্বৰ্গীয় চাৰ গুৰুদাস বন্দোপাধ্যায়, স্বৰ্গীয় চাৰ তাৰকনাথ পালিত, স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী, স্বৰ্গীয় চন্দ্ৰশেখৰ বৰুৱা, আৰু স্বৰ্গীয় কীৰ্ত্তিৰাম বৰুৱাৰ পৰা যথাসময়ত মিঃ আনন্দৰাম বৰুৱাৰ কথা নোগোটোৱা ফলে আমি আজি বিষম অনুতাপত বিলৌতেছোঁ।

অসম ছাত্ৰ সন্মিলনে অন্যান্য দেশহিতকৰ কামৰ লগে-লগে কলিকতা বিশ্ববিদ্যালয়ৰ হাতত এক হেজাৰ টকা সমৰ্পণ কৰি আনন্দৰাম বৰুৱাৰ স্মৃতি-ৰক্ষাৰ্থে এটি সোণৰ মেডেল উপহাৰ দিয়াৰ ব্যৱস্থা কৰাত

অসমীয়া ৰাইজৰ যুগমীয়া শলাগনিৰ পাত্ৰ হৈছে। বঙ্গীয় সাহিত্য-পৰিষদ মন্দিৰত মিঃ আনন্দৰাম বৰুৱাৰ এখনি চিত্ৰ স্থাপন কৰাৰ নিমিত্তে পৰিষদৰ কৰ্ত্তৃপক্ষসকল আমাৰ বিশেষ ধন্যবাদ আৰু কৃতজ্ঞতাৰ পাত্ৰ হৈছে। নোৱাখালীৰ টাউন হলতো মিঃ বৰুৱাৰ এখন ছবি অঁকা হৈছে।

বৰ্ত্তমান গ্ৰন্থৰ ভাষাৰ বিষয়ে আমি এটি কথা বিশেষকৈ লক্ষ্য কৰিছোঁ। আমাৰ কিছুমান গ্ৰন্থকাৰে তেওঁলোকৰ গ্ৰন্থত নানান ইংৰাজী শব্দ সুমুৱাই সেই কিতাপ সকলোৱে বুজিব নোৱৰা কৰে. আমাৰ অসমীয়া পাঠক-শ্ৰেণীৰ ভিতৰত আটায়ে যে ইংৰাজী মাতিব পাৰে বা ইংৰাজী বুজে সেইটো ধৰি লোৱা আমাৰ মহা ভুল। সেইদেখি এই জীৱন-চৰিত্ৰৰ মূল অংশত ক'তো ইংৰাজী আখৰ এটি সুমুৱা নাই, অকলহে এটি দুটি সংস্কৃত শ্লোক দিয়া হৈছে তাৰ অসমীয়া ভাঙনি লগতে দিবলৈ চেষ্টা কৰিছোঁ।

আনন্দৰাম বৰুৱাৰ গ্ৰন্থাৱলীৰ পৰিচয়খনি আমি যিমান পাৰোঁ সিমান সৰল ভাষাত লিখিবলৈ যত্ন কৰিছোঁ। মিঃ বৰুৱা আৰু তেওঁৰ গ্ৰন্থাৱলিৰ বিষয়ে আনে দিয়া মতামত আমি পৰিশিষ্ট বা উপৰঞ্চিত ঠাই দিছোঁ। আশা কৰোঁ কোনো অসমীয়া নজনা মানুহৰ হাতত এই গ্ৰন্থ পৰিলে পৰিশিষ্টৰ পৰা তেওঁলোকে আনন্দৰাম বৰুৱাৰ প্ৰতিভাৰ বিষয়ে অলপ আভাস পাব। মিঃ বৰুৱাৰ গ্ৰন্থাৱলীৰ পাণ্ডিত্যপূৰ্ণ আলোচনালৈ আমি সম্প্ৰতি মন মেলা নাই। আমাৰ উদ্দেশ্যত আমি কিমান সিদ্ধি লাভ কৰিছোঁ সেইটো ৰাইজে বিচাৰ কৰিব। অসমৰ বাহিৰে বিশেষত আনন্দৰামৰ প্ৰতিভা আৰু মাহাত্ম্যৰ পৰিচয় দিবৰ কাৰণে ইংৰাজী আৰু বঙ্গলা ভাষাত তেওঁৰ জীৱন-চৰিত ৰচনা কৰা সংকল্প আমাৰ অন্তৰত আছে।

এই জীৱন-চৰিতখনি অসমীয়া ৰাইজে সাদৰে গ্ৰহণ কৰিলে মিঃ বৰুৱাৰ ইয়াতকৈ বিস্তৃত জীৱন-চৰিত লিখিবৰ ইচ্ছা আমাৰ আছে, আৰু

পাৰিলে আনন্দৰাম বৰুৱাই চাকৰি কৰা নোৱাখালী, বৰ্দ্ধমান, কাটোৱা, ৰাণীগঞ্জ, যশোহৰ, বহৰমপুৰ, দিনাজপুৰ, বিষ্ণুপুৰ, খুলনা, জাহানাবাদ, আদি ঠাইলৈ গৈ সেই ঠাইৰ মানুহৰ পৰা মিঃ বৰুৱাৰ বিষয়ে সকলো কথা সংগ্ৰহ কৰাৰ বাসনা আমাৰ অন্তৰত আছে। এই সকলো কাম যে অসমীয়া ৰাইজৰ আগ্ৰহ উদগনি আৰু সহানুভূতিৰ ওপৰত নিৰ্ভৰ কৰে তাক নকলেও হব।

অসমীয়াৰ ভিতৰত আনন্দৰামৰ দৰে মহাপুৰুষে আজি জন্ম গ্ৰহণ কৰা নাই। এই গ্ৰন্থ পঢ়ি কাৰোবাৰ অন্তৰত আনন্দৰামৰ একাগ্ৰতা, জ্ঞানলিপ্সা আৰু মাহাত্ম্যাৰ এটি মাত্ৰ কণিকা যদি প্ৰজ্জ্বলিত হয় তেনেহলে মোৰ সকলো চেষ্টা-পৰিশ্ৰম সাৰ্থক হৈছে বুলি ভাবিম।—গুৱাহাটী, ১৫ আগষ্ট ১৯২০ চন।

**দ্বিতীয় তাঙ্কৰণ।**—অসমীয়া ৰাইজ, অসমৰ শিক্ষাবিভাগ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষসকলৰ অনুগ্ৰহত অতি কম সময়ৰ ভিতৰতে "আনন্দৰাম বৰুৱাৰ" দ্বিতীয় তাঙ্কৰণ উলিয়াব লগাত পৰিল। সেইবাবে সেই সকলোলৈকে কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ। দ্বিতীয় তাঙ্কৰণত কিছু নতুন কথা যোগ দিয়া হৈছে, আৰু ওপৰঞ্চিখনো আগতকৈ বঢ়োৱা হৈছে। অসমীয়া ৰাইজে আগৰ দৰে চকুৰে "আনন্দৰাম বৰুৱাক" চাব এই আশাৰে দ্বিতীয় তাঙ্কৰণ প্ৰকাশ কৰা হল। এইখিনিতে বৰ শোকেৰে কব লগাত পৰিছে যে মহাত্মা আনন্দৰাম বৰুৱাৰ স্মৰণীয়া ভায়েক শ্ৰীযুত কেশৱৰাম বৰুৱা ডাক্তৰীয়া আৰু এই সংসাৰত নাই। দৰদৰ ককাইদেৱেকৰ জীৱন-চৰিত প্ৰকাশ কৰাত তেখেতৰ পৰা পোৱা উৎসাহে এই গুৰু কামত মোক বৰ উদগনি দিছিল।—৫৫ নং চেণ্ট্ৰেল এভিনিউ, কলিকতা, ২০ অক্টোবৰ, ১৯২৪ চন।

**তৃতীয় তাঙ্কৰণ।**—আনন্দৰাম বৰুৱাৰ জীৱন-চৰিতখনি ১৯২০ চনত

পোনপ্ৰথমে প্ৰকাশিত হয়, ১৯২৪ চনত দ্বিতীয় সংস্কৰণ ওলায়। আজি একুৰি-এঘাৰ বছৰৰ মূৰত ইয়াৰ তৃতীয় সংস্কৰণ প্ৰকাশিত হ'ল।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ লগে-লগে জাতীয় চেতনাৰ পুনৰ উন্মেষন হোৱাত, নিজদেশৰ ঐতিহ্যৰ প্ৰতি মানুহৰ ধাউতি বাঢ়িছে, আৰু অতীতৰ সন্ত-সাধু কৃতীপুৰুষসকলৰ জীৱন-বৃত্তান্ত জনাৰ প্ৰয়োজন সকলোৱে অনুভৱ কৰিছে। এনে স্থলত, আনন্দৰাম বৰুৱাৰ শিক্ষাপ্ৰদ আৰু অনুপ্ৰেৰণামূলক জীৱন-কাহিনী জানিবলৈ বৰ্ত্তমান কালত এটি বিশেষ আকাংক্ষাৰ সৃষ্টি হোৱা দেখা গৈছে, কাৰণ তেওঁৰ দৰে জ্ঞানলিপ্সা পাণ্ডিত্য কাৰ্য্যদক্ষতা একনিষ্ঠতা আৰু মহানুভৱতা, এই সকলো গুণৰ সমাবেশ থকা দ্বিতীয়জন পুৰুষ তেওঁৰ পাচত অসমীয়াৰ মাজত আজি-পৰিমিতে আবিৰ্ভাৱ হোৱা নাই। এই আকাংক্ষা, কিছুপৰিমাণে হলেও, পৰিপূৰণ কৰিবৰ অৰ্থে আনন্দৰাম বৰুৱাৰ জীৱন-চৰিতখনি পুনৰ ৰাইজৰ আগলৈ উলিওৱা হল।

এই সংস্কৰণত ভালেমান নতুন কথা যোগ দিয়া হৈছে। আনন্দৰাম বৰুৱাৰ সহকৰ্ম্মী পণ্ডিত অন্নদাচৰণ তৰ্কচূড়ামণি ডাঙৰীয়াৰ পৰা বৰুৱাৰ বিষয়ে কিছু মূল্যবান কথা ১৯২৭ চনত সংগ্ৰহ কৰা হৈছিল। আনন্দৰাম বৰুৱাৰ স্কুলীয়া জীৱনৰ সহপাঠী কৰ্ণেল জালালুৰ আলি আহমদ চাহাবে ১৯২৮ চনৰ অক্টোবৰ মাহত গুৱাহাটীলৈ আহে। তেখেতৰ পৰাও বৰুৱাৰ বিষয়ে ভালেখিনি কথা জানিব পৰা গৈছিল। প্ৰাতঃস্মৰণীয় দেশনেতা সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় ডাঙৰীয়াই ১৯৩১ চনত প্ৰকাশিত আত্মজীৱনীত বৰুৱাৰ বিষয়ে আদৰণী মন্তব্য এটি সন্নিবিষ্ট কৰিছে। শিৱসাগৰৰ ইন্দ্ৰীবৰ বৰুৱা ডাঙৰীয়াৰ ৰবপুতেক স্বৰ্গীয় উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াই ১৯৩৪ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখৰ "অসমীয়া"ত আনন্দৰাম বৰুৱাৰ বিষয়ে নিজে-জনা কেইটামান কথা প্ৰকাশ কৰিছিল। ১৯৩৬-৩৮ চনত, লণ্ডনৰ ইণ্ডীয়া অফিচ লাইব্ৰেৰীত থকা ৰিপোৰ্টৰ সহায়েৰে

মিঃ বৰুৱাৰ আই-চি-এচ্ পৰীক্ষাৰ ফলাফলৰ তথ্য আদি বৰ্ত্তমান লিখকে সংগ্ৰহ কৰিছিল। নইকে গোটেইবা এই সকলোখিনি কথা তৃতীয় সংস্কৰণত সঁজুলিৰূপে ব্যৱহাৰ কৰা হৈছে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে এই ডেৰকুৰি বছৰৰ ভিতৰত আনন্দৰাম বৰুৱাৰ সমসাময়িক পুৰুষসকল এটি-এটিকৈ অন্তৰ্দ্ধান হৈ আহিল।

যোৰহাটৰ কবি শ্ৰীমান আনন্দচন্দ্ৰ বৰুৱাদেৱে ১৯২৭ চনৰ ২৮ নভেম্বৰ তাৰিখে পণ্ডিত অন্নদাচৰণ তৰ্কচূড়ামণি ডাঙ্গৰীয়াক, কাশীত থকা অসমীয়া ছাত্ৰবৃন্দৰে সৈতে, লগ ধৰি তেখেতে কোৱা কথাখিনি লিপিবদ্ধ কৰি টোকা এটি লিখকলৈ পঠিয়ায়। গুৱাহাটীৰ লয়াৰ্চ বুক ষ্টলৰ উদ্যোগী প্ৰতিষ্ঠাতা শ্ৰীমান বিচিত্ৰনাৰায়ণ দত্ত-বৰুৱাদেৱে অতি আগ্ৰহৰে এই তৃতীয় সংস্কৰণ প্ৰকাশ কৰিছে। নৱজীৱন প্ৰেছৰ গৰাকী শ্ৰীকালীচৰণ পালদেৱে কম সময়ৰ ভিতৰতে পুথিখনৰ ছপা কাম শেষ কৰিছে। আৰু নলবাৰী কালাগ নিবাসী শ্ৰীমান হেমৰথ বৰ্ম্মনে প্ৰকাশ সম্পৰ্কীয় কামত নানান প্ৰকাৰে সহায় কৰিছে। এই-চাৰিওজনলৈকে এইখিনিতে ধন্যবাদ জনালোঁ।—গুৱাহাটী, ১৫ অক্টোবৰ ১৯৫৫ চন।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# সূচীপত্ৰ


| বিষয় | পিঠি |
|---|---|
| গ্ৰন্থকাৰৰ নিবেদন ... ... ... | ৫ |
| ভূমিকা। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ... ... | ১৯ |

## জীৱন-কাহিনী

| | |
|---|---|
| আৰম্ভণ ... ... ... ... | ১ |
| পূৰ্ব্বপুৰুষ আৰু লৰাকাল ... ... ... | ১৭ |
| কলিকতাৰ কলেজত ... ... ... | ২৮ |
| বিলাতত .. ... ... ... | ৩৫ |
| শিৱসাগৰত মাজিষ্ট্ৰেট ... ... ... | ৪৭ |
| বঙ্গৰ নানা ঠাইত ... ... ... | ৫৭ |
| নোৱাখালীত মাজিষ্ট্ৰেট ... ... ... | ৬৪ |
| নৰিয়া আৰু মৃত্যু ... ... . | ৭৭ |
| /শোক-প্ৰকাশ ... ... ... ... | ৮৪ |
| /বৰুৱা জীৱন আৰু চৰিত্ৰ ... ... ... | ৮৯ |

## সাহিত্য-প্ৰতিভা

| | |
|---|---|
| আনন্দৰাম বৰুৱাৰ সাহিত্য-প্ৰতিভা ... .. | ১০৫ |
| গ্ৰন্থাৱলীৰ পৰিচয় ... ... ... | ১১৪-১৬০ |
| ইংৰাজী-সংস্কৃত অভিধান ... ... ... | ১১৪ |
| উচ্চ সংস্কৃত ব্যাকৰণ ... ... ... | ১২০ |

বিষয় | পিঠি

ভাৰতৰ প্ৰাচীন ভূগোল ... ... ... ১২২
ভৱভূতিৰ মহাবীৰচৰিত ... ... ১২৩
সংস্কৃত শিক্ষাথাৰ সংচৰ ... ... ... ১২৭
ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই ... ১৩২
সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ ... ... ১৩৮
(ক) দশম খণ্ড—ছন্দ প্ৰকৰণ ... .. ১৪৩
(খ) তৃতীয় খণ্ড— নানাৰ্থ সংগ্ৰহ ... .. ১৪৬
বামণ বাগভট আৰু সৰস্বতীকণ্ঠাভৰণ ... ... ১৫৩
সৰস্বতীকণ্ঠাভৰণ ... .. ১৫৪
ধাতুবৃত্তিসাৰ ... ... ১৫৬
অমৰসিংহৰ নামলিঙ্গানুশাসন ... ... ১৫৭
ধাতুকোষ বা ধাতুপাঠ .. ... ... ১৬০

## উপৰঞ্চি

১। মিঃ বৰুৱাৰ বিষয়ে গ্ৰন্থকাৰৰ অন্যান্য প্ৰবন্ধাৱলী ... ১৬১
২। মিঃ বৰুৱাৰ জীৱন আৰু প্ৰতিভাৰ সমাদৰ সমালোচনা ১৮৪
৩। মিঃ বৰুৱাৰ মৃত্যুৰ পাচত শোকপ্ৰকাশক মন্তব্য ১৯৫
৪। মিঃ বৰুৱাৰ গ্ৰন্থাৱলীৰ বিষয়ে মতামত ২০০
৫। মিঃ বৰুৱাৰ আত্মবিষয়ক বাক্য আৰু কবিতাৱলী ২১০
৬। বঙ্গালী ভাষাত মিঃ বৰুৱাৰ সমাদৰ ২১৪
৭। আনন্দৰাম বৰুৱাৰ বিষয়ে গীত ২৩০
৮। নতুন কথা ২৩২-২৩৭

# ভূমিকা

এই কিতাপখনিৰ গ্ৰন্থকাৰ, কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক, শ্ৰীমান সূৰ্য্যকুমাৰ ভূঞাদেৱে স্বৰ্গীয় আনন্দৰাম বৰুৱা ডাঙৰীয়াৰ জীৱন-চৰিত এখনি লিখিবৰ যোজা কৰিয়েই মোৰ আগত প্ৰস্তাৱ কৰিছিল যে মই তেওঁৰ কিতাপখনিৰ ভূমিকা লিখিব লাগে। মই তেওঁৰ সেই প্ৰস্তাৱত অতি আগ্ৰহেৰে সন্মত হলোঁ। মই ভূমিকা লিখি যে ভূঞাদেৱৰ ৰচিত জীৱন-চৰিতত আৰু বৰণ লগাই তাক অসমীয়া ৰাইজৰ বেছি হৃদয়গ্ৰাহী কৰিম এনে আশাক কেতিয়াও মনত ঠাই দিয়া নাছিলোঁ; কিয়নো সোণত সোণ চৰোৱা আৰু পদুমত বৰণ লগোৱা আশা মোৰ কেতিয়াও নাছিল আৰু এতিয়াও নাই। এনে এখন বিতোপন কিতাপৰ ভূমিকা লিখাত যি গৌৰৱ আছে তাৰ লোভ সামৰিব নোৱাৰিহে মই অনেক অসুবিধা থকাতো তাত সন্মত হলোঁ। তাত বাজেও স্নেহাস্পদ ভূঞাদেৱৰ অনুৰোধ উপেক্ষা কৰাও মোৰ পক্ষে সহজ কথা নাছিল।

ভূমিকা লিখকৰ প্ৰধান কাম হৈছে পাঠকৰ সৈতে গ্ৰন্থখনিৰ পৰিচয় কৰি দিয়া, কিন্তু বৰ্ত্তমান ক্ষেত্ৰত এই গ্ৰন্থখনি নিজেই নিজৰ উৎকৃষ্ট পৰিচয়। এই পুথিখনি যিজন মহাপুৰুষৰ জীৱন-চৰিত, তেওঁৰ নাম অসমত নেলাগে ভাৰতবৰ্ষতো সীমাবদ্ধ নহয়। তেওঁ অসমৰ নহয়, ভাৰতৰো নহয় বিশ্বজগতৰ ভিতৰৰ এজন। সেই গুণে তেওঁৰ বিশেষ পৰিচয়ৰ কোনো আৱশ্যক নাই। আৰু এই কিতাপৰ ৰচয়িতা যিজন তেৱোঁ অসমীয়া উঠি অহা ডেকা লেখক সকলৰ ভিতৰত এজন স্বনামধন্য প্ৰসিদ্ধ লিখক, তেওঁৰো বিশেষ পৰিচয়ৰ আৱশ্যক নাই। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ এজন প্ৰতিভাশালী ছাত্ৰ আৰু তেওঁ ছাত্ৰ জীৱনতে অসমীয়া সাহিত্যৰ নিভাঁজ সেৱকৰ অশেষ নিদৰ্শন দেখুৱাইছে আৰু এতিয়া তেওঁ, কঠোৰ

কৰ্ম্মক্ষেত্ৰত প্ৰবেশ কৰিও সেই পথৰ পৰা অলপো বিচলিত নহৈ বৰং অতুলনীয় অনুৰাগেৰে জাতীয় সাহিত্যৰ উন্নতিৰ বাটত ককালত টঙ্গালি বান্ধি অদম্য উৎসাহেৰে আগ বাঢ়িছে। অসমীয়া ৰাইজে তেওঁৰ পৰা বহুত আশা কৰিছে। ভগৱানে যেন তেওঁক দীৰ্ঘজীৱী কৰি জাতীয় সাহিত্যৰ উন্নতি সাধন কৰিবলৈ সমৰ্থ কৰে।

বোধ কৰোঁ সকলোৱে স্বীকাৰ কৰিব যে আধুনিক অসমীয়া সাহিত্যত ভাল জীৱন-চৰিত এখনিও নাই। স্বৰ্গীয় গুণাভিৰাম বৰুৱাই লিখা "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত" এখনি সুন্দৰ কিতাপ হলেও, তাৰ লিখা প্ৰণালীত অনেক খুঁত দেখিবলৈ পোৱা যায়। এই কিতাপখনিত স্বৰ্গীয় ঢেকিয়াল ফুকন ডাঙ্গৰীয়াৰ বিষয়ে যিবোৰ সৰঞ্জাম আছে তাকে ভালকৈ জুকিয়াই আৰু সজাই-পৰাই লিখিলে আমাৰ সাহিত্যত যে এখন অতি ৰূপহ কিতাপ ওলাব তাৰ একণো ভুল নাই। ভূঞাদেৱৰ এই জীৱন-চৰিতে আমাৰ সাহিত্যৰ এটা বৰ ডাঙ্গৰ অভাৱ পূৰ কৰিলে বুলি মোৰ বিশ্বাস। আজি-কালি আমি অনেকে যদিও শিক্ষা আৰু সভ্যতাৰ অভিমান কৰোঁহক আৰু দেশৰ উন্নতিৰ নিমিত্তে, জাতীয় সাহিত্যৰ উন্নতিৰ নিমিত্তে, ডাঙ্গৰ ডাঙ্গৰ সভা পাতি, তাত ডাঙ্গৰ দীঘল 'সাৰুৱা' প্ৰস্তাৱ 'ডাঙ্গি' ধৰোঁহক, তথাপি সাহিত্য ভড়ালৰ খোটালিবিলাক আগৰ যেনে উদং এতিয়াও তেনে উদং। বৰং আগৰ দিনৰ অৱস্থা আজি-কালিৰ অৱস্থাতকৈ যে অনেক গুণে ভাল আছিল তাক ডাঠি কব পাৰি।

অকল জীৱন-চৰিতৰ বিষয় ধৰিলেও অসমীয়া সাহিত্যৰ আজি যেনে নিঃকিন অৱস্থা, দু-শ, তিনি-শ বছৰৰ আগেয়ে তেনে নাছিল। আমাৰ দেশত জনম লোৱা প্ৰায় বিলাক মহৎ লোকৰে জীৱন-চৰিত লিখা হৈছিল। দেৱ দামোদৰৰ প্ৰায় চাৰি পাঁচখন জীৱন-চৰিত আছে, শঙ্কৰদেৱৰ ছয় সাতখন জীৱন-চৰিত আছে; আৰু হৰিদেৱ, বংশীদেৱ

আদি আন আন ধৰ্ম্মাচাৰ্য্যৰো জীৱন-চৰিত আছে। অকল যে পুৰুষ মানুহৰহে জীৱন-চৰিত লিখা হৈছিল এনে নহয়, খ্যাতনামা তিৰুতাৰো জীৱন-চৰিত লিখা হৈছিল, আৰু সকলোৱে তাক আগ্ৰহেৰে পঢ়িছিল, যেনে "আইলক্ষ্মী চৰিত।" সেই গুণে দেশৰ ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰ সকলৰ জীৱন-চৰিত লিখা আৰু তাক আদৰেৰে পঢ়া অসমীয়া মানুহৰ পক্ষে একো ন-কথা নহয়, যদিবাও এই উন্নত যুগত আমি সেই বিষয়ে অলপ পিচ পৰিছোঁহক। নিৰাশ-ডাৱৰে আবৰি থোৱা অসমীয়া সাহিত্য আকাশত ভূঞা দেৱে আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত লিখি যি আশাৰ বিজুলী সঞ্চাৰ কৰিছে, আশা কৰিছোঁ, তাৰ জেউতিতে অনেক পথভ্ৰান্ত বাটৰুৱাই খোপমৰা এন্ধাৰতো নিজ নিজ বাট দেখিবলৈ পাব।

স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত সকলো অসমীয়াই, বিশেষকৈ শিক্ষিত অসমীয়াই, অতি মনোযোগেৰে আলোচনা কৰা উচিত। মহৎ লোকৰ জীৱন-চৰিত্ৰ পঢ়া, জীৱন আৰু চৰিত্ৰ গঠনৰ এটা প্ৰধান উপকৰণ, দেশীয় মহৎ লোকৰ জীৱন-চৰিত্ৰ যে সেই বিষয়ত আৰু সহায়কাৰী তাক কোৱাৰে সকাম নাই, যি জাতিয়ে নিজৰ দেশৰ মহৎ লোকবিলাকক আদৰ কৰিবলৈ শিকা নাই সেই জাতি কেতিয়াও উধাব নোৱাৰে। বুৰঞ্জীয়ে আমাক দৰ্শনশাস্ত্ৰৰ তত্ত্ববিলাক দৃষ্টান্তেৰে শিক্ষা দিয়ে এই কথা সঁচা হলে, মহৎ লোকৰ জীৱন-চৰিত্ৰেও যে আমাক দৰ্শনশাস্ত্ৰৰ তত্ত্ব শিক্ষা দিয়ে তাৰ কোনো ভুল নাই, কিয়নো মহৎ লোকৰ জীৱন-চৰিত্ৰও বুৰঞ্জীৰ একো একোটি অধ্যায় মাথোন। আনন্দৰাম বৰুৱাৰ জীৱনৰ ঘটনাৱলীত এই দেশত পাশ্চাত্য শিক্ষাৰ প্ৰচলন, বিস্তাৰ আৰু তাৰ পৰিণতিৰ উজ্জ্বল উদাহৰণ দেখিবলৈ পোৱা যায়। অসমীয়া ডেকাৰ নিমিত্তে আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত যেনেকুৱা শিক্ষাৰ স্থল, আন কোনো জীৱন-চৰিতেই তেনে শিক্ষাৰ স্থল নহয়। কিয়নো, তেওঁৰ জীৱনৰ প্ৰত্যেক ঘটনাৰ লগতে, তেওঁৰ সকলো

সুবিধা-অসুবিধাতে, তেওঁৰ প্ৰত্যেক পাৰিপাৰ্শ্বিক অৱস্থাতে, তেওঁৰ প্ৰত্যেক আশা-ভৰসাতে অসমীয়া ডেকাই নিজ নিজ জীৱনৰ প্ৰতিবিম্ব দেখিবলৈ আশা কৰিব পাৰে আৰু তেওঁকে আৰ্হি লৈ জীৱনৰ বাটত সাহসেৰে আগ বাঢ়িব পাৰে। বাস্তবিকেও এইজন মহাপুৰুষৰ চৰিত অসমীয়া ডেকাৰ পক্ষে ধ্ৰুৱতৰাৰ নিচিনা লক্ষ্য-নিৰ্দ্দেশক।

এনেহেন এজন কৰ্ম্মবীৰৰ জীৱন-চৰিত ভূঞাদেৱে অসমীয়া মানুহৰ হাতত দি আজি দেশৰ যি অশেষ কল্যাণ সাধন কৰিলে আৰু অসমীয়া সাহিত্য-ভঁৰালত এখন মৌলিক গৱেষণাৰ গ্ৰন্থ স্থাপন কৰি জাতীয় সাহিত্যৰ যি সম্পদ বঢ়ালে, তাৰ নিমিত্তে তেওঁ আমাৰ অশেষ ধন্যবাদৰ পাত্ৰ। এই পুথিখনি ভূঞাদেৱৰ অনেক সাধনাৰ ফল। তপস্যা নহলে জগতত কোনো ডাঙৰ কামেই সাধিত হব নোৱাৰে। এই পুথিখনি লেখোঁতে তেওঁ কিমান অনুসন্ধান কৰিব লগা হৈছিল তাক পুথিখনি মন দি পঢ়িলেই সকলোৱে দেখিবলৈ পাব। তেওঁৰ এই পুথি পঢ়ি, এনে পুথি যি বিজ্ঞান-সম্মত প্ৰণালীত লিখা হৈছে তাক দেখি, অনেক অসমীয়া লিখকৰ যে চকু মুকলি হব সেই বিষয়ত কোনো সন্দেহ নাই। আশা কৰিছোঁ যে সকলো অসমীয়াই এই পুথিখন লৈ, এবাৰ পঢ়ি চাই নিজেও সাৰ্থকতা লাভ কৰে, আৰু ভূঞাদেৱকো আগলৈ আৰু ভাল ভাল কিতাপ লিখি আমাৰ মাতৃ ভাষাৰ উন্নতি কৰিবলৈ উৎসাহ দিয়ে। আমাৰ এই আশা যেন দুৰাশাত পৰিণত নহয়।

ভূঞাদেৱে জীৱন-চৰিতখনি যি ভাবে বিভাগ কৰিছে সি অতি বিজ্ঞোচিত হৈছে। প্ৰথমতে হৰুৱাদেৱৰ বংশ পৰিচয় দি, তেওঁৰ লৰাকাল আৰু শিক্ষাৰ বিষয়ে আলোচনা কৰিছে। তাৰ পাচত ক্ৰমে ক্ৰমে তেওঁৰ কলেজৰ শিক্ষা, বিলাতত শিক্ষা আদি কথা লিখি, তেওঁ কৰ্ম্মক্ষেত্ৰত প্ৰৱেশ কৰি বেলেগ বেলেগ ঠাইত যি ভাৱে কাম কৰিছিল তাৰ বৰ্ণনা,

আৰু শেষত তেওঁৰ জীৱনৰ অন্তিম সময়ৰ ঘটনাবিলাকৰ উল্লেখ কৰি কিতাপৰ মূল অংশৰ সামৰণি মাৰিছে। ইয়াৰ পাচত তেওঁৰ অকাল-মৃত্যুত সকলো ঠাইতে কেনেকৈ শোকৰ উচ্ছ্বাস উঠিছিল তাৰ বিৱৰণ দিয়া হৈছে। তেওঁৰ মৃত্যুত বিদেশৰ সুধীমণ্ডলীয়ে যেনে ভাবে শোক প্ৰকাশ কৰিছে, তাক পঢ়ি কোনো অসমীয়াই অন্তৰত গৌৰব অনুভৱ নকৰাকৈ থাকিব নোৱাৰে। ইয়াৰ পাচত গ্ৰন্থকাৰে বৰুৱা ডাঙৰীয়াৰ ঘৰুৱা জীৱন আৰু চৰিত্ৰ সম্বন্ধে সংক্ষেপ আলোচনা কৰিছে। এই অধ্যায়টি অতি সুন্দৰ হৈছে। ইয়াক পঢ়িলে বৰুৱা ডাঙৰীয়া সম্বন্ধে কাৰবাৰ ভুল ধাৰণা থাকিলে সি নিশ্চয় দূৰ হ'ব। তাৰ পাচত আনন্দৰাম বৰুৱাৰ গ্ৰন্থবিলাকৰ বিষয়ে অতি বিশদ পৰিচয় দিয়া হৈছে। বৰুৱাদেৱৰ বিশ্বজগতত প্ৰতিষ্ঠাৰ যিবোৰ মূলীভূত কাৰণ, এই অধ্যায়তে তাক অতি পৰিপাটীৰূপে বৰ্ণনা কৰা হৈছে। পৰিশেষত বৰুৱাদেৱৰ সম্বন্ধে বেলেগ বেলেগ দেশৰ পণ্ডিতসকলৰ মতামত দি গ্ৰন্থখনি শেষ কৰিছে। এই বিৱৰণীৰ পৰাই পাঠকসকলে ভূঞাদেৱে যি ভাবে কিতাপ-খনি সজাইছে তাক সহজে বুজিব পাৰিব, আৰু এই প্ৰণালী যে অতি সুন্দৰ হৈছে তাক সকলোৱে স্বীকাৰ কৰিব। কিতাপখনৰ নিমিত্তে এই উপকৰণবিলাক সংগ্ৰহ কৰিবলৈ ভূঞাদেৱে কিমান পৰিশ্ৰম কৰিব লগা হৈছিল তাকো সকলোৱে ভালকৈ বুজিব পাৰিব।

আমি এতিয়া স্বৰ্গীয় বৰুৱা ডাঙৰীয়াৰ বিষয়ে দুই এক কথা কৈ এই ভূমিকা শেষ কৰিম। "আনন্দৰাম বৰুৱা অসমীয়া হৈয়ো অসম দেশৰ, অসমীয়া জাতিৰ বা অসমীয়া ভাষা আৰু সাহিত্যৰ কোনো উপকাৰ কৰা নাছিল, সেই গুণে অসমীয়া মানুহে তেওঁৰ গৌৰব লবৰ কোনো প্ৰয়োজন নাই ;—বৰুৱাদেৱৰ প্ৰতি এনে ভাবৰ প্ৰশ্ৰয় দিয়া এক শ্ৰেণীৰ মানুহ যে আমাৰ দেশত নাই তেনে নহয়, কিন্তু সেই বুলিয়েই যে "আনন্দৰাম বৰুৱাই অসমীয়াৰ স্মৃতি-মন্দিৰত আজি পূৰ্ণৱৰ্তীয়া সম্ভাৱণ পোৱা নাই,"

এই কথা সঁচা নহয়। আচল কথা হৈছে এই কার্য্যই অতদিন এজন সূর্য্যকুমাৰ ভূঞাৰ নিমিত্তে অপেক্ষা কৰিছিল।

আনন্দৰাম বৰুৱাই আমাৰ দেশৰ একো কাম কৰা নাছিল বুলি ভবা গি, আমাৰ শৰীৰৰ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গই একে কামকে নকৰে বুলি বেজাৰ কৰাও সি। আমাৰ শৰীৰৰ বেলেগ বেলেগ অঙ্গই যেনেকৈ বেলেগ বেলেগ কাম কৰি শৰীৰক ৰক্ষা কৰে, সমাজ-শৰীৰৰ অঙ্গস্বৰূপ বিভিন্ন ব্যক্তিয়েও বিভিন্ন কাম কৰি তেনেকৈয়ে সমাজৰ সেৱা কৰে। হাতে যেনেকৈ মূৰৰ কাম নকৰে বা কৰিব নোৱাৰে, সেইদৰে সাত্বিক প্ৰবৃত্তিৰ এজন লোকে ৰাজসিক প্ৰবৃত্তিৰ এজন লোকৰ কাম কৰিব নোৱাৰে আৰু নকৰে। সকলো মানুহে নিজৰ প্ৰবৃত্তি অনুসাৰে সমাজৰ সেৱা কৰে। ভট্টদেৱে যিভাবেৰে সমাজৰ সেৱা কৰি গৈছে, লাচিত ফুকনে সেই ভাবেৰে সমাজৰ সেৱা কৰি যোৱা নাই। অথচ দুইজনেই সমাজৰ নিভাঁজ সেৱক আৰু দুইজনেই দেশৰ উজ্জল ৰত্ন।

আনন্দৰাম বৰুৱা এজন শান্তিপ্ৰিয় জ্ঞানপিপাসু সাত্বিক প্ৰবৃত্তিৰ লোক আছিল। তেওঁৰ পৰা যি কাম আশা কৰিব পাৰি তাক তেওঁ অলপ বয়সৰ ভিতৰতে অতি পৰিপাটীৰূপে সমাধা কৰি গৈছে। তেওঁৰ প্ৰতিভাৰ ফলত আজি অসমীয়া জাতিয়ে পৃথিবীৰ আন আন সুসভ্য জাতিৰ শাৰীত ঠাই পাইছে। ইয়াতকৈ আৰু তেওঁৰ পৰা কি তাকৰ কাম আশা কৰিব পাৰি? সঁচা কথা তেওঁৰ বিশাল প্ৰতিভা অসমীয়া জাতিতে আবদ্ধ নাছিল। তেওঁ যেতিয়া জাতিৰ কথা ভাবিছিল, তেতিয়া তেওঁ সমগ্ৰ আৰ্য্য-জাতিৰ কথা ভাবিছিল, আৰু তেওঁ যেতিয়া ভাষা আৰু সাহিত্যৰ কথা ভাবিছিল, তেতিয়া তেওঁ সংস্কৃত ভাষা আৰু সাহিত্যৰ কথা ভাবিছিল। তেওঁৰ বিশাল অন্তঃকৰণত সংস্কৃত ভাষাই মাতৃভাষাৰ ঠাই দখল কৰিছিল। তেওঁ Provincial Patriotism আৰু National Self-conceit-অৰ বহুত ওপৰত আছিল।

যিবিলাক প্ৰকৃত মহাপুৰুষ, সেই বিলাকে এনেকুৱা সঙ্কীৰ্ণতাৰ গণ্ডিৰ ভিতৰত কেতিয়াও আবদ্ধ থাকিব নোৱাৰে। তাৰ নিমিত্তে আনন্দৰাম বৰুৱাৰ গাত দোষ দিয়া নিচেই থেক মনৰহে চিন। যি দেশৰ জলবায়ু-পানীৰে তেওঁৰ তেজ মাংস গঠিত আছিল, সেই দেশক যে তেওঁ কেতিয়াও পাহৰা নাছিল, আৰু সেই দেশক যে তেওঁ মনে মনে ভাল পাইছিল, তাৰ প্ৰমাণ, তেওঁ যেতিয়াই নিজৰ বিষয়ে উল্লেখ কৰিছে তেতিয়াই "আনন্দৰাম বৰুৱা প্ৰাগ্‌জ্যোতিষপুৰসম্ভৱঃ" বুলিহে চিনাকি দিছিল। তেওঁ চিৰদিন বিদেশত থাকিও, বিদেশীৰ মাজত কাম-কাজ কৰিও "প্ৰাগ্‌জ্যোতিষপুৰনন্দন" বুলিহে গৌৰৱ আৰু আনন্দ লাভ কৰিছিল।

ভূঞাদেৱে কটন কলেজত বৰুৱাদেৱৰ মৰ্ম্মৰ মূৰ্ত্তি দেখিবলৈ হাবিলাষ কৰিছে। বৰুৱাদেৱৰ এনে বিধৰ স্মৃতি-ৰক্ষণত যে সকলো অসমীয়াই আনন্দ অনুভৱ কৰিব তাৰ সন্দেহ নাই, কিন্তু আমাৰ মনেৰে হলে তেওঁৰ English-Sanskrit Dictionary, অৰ্থাৎ, ইংৰাজী-সংস্কৃত অভিধানখনিৰ এটা নতুন সংস্কৰণ প্ৰকাশ কৰি উলিয়ালেহে বৰুৱাদেৱৰ উপযুক্ত স্মৃতি ৰক্ষা কৰা হব। কোনো যোগ্য অসমীয়াই এই কাৰ্য্যটি হাতত লবনে? আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত লেখকৰ পৰাই এই প্ৰশ্নৰ এটি সন্তোষজনক উত্তৰ পাবলৈ আশা কৰি আমি এই ভূমিকাৰ উপসংহাৰ কৰিলোঁ।

শ্ৰীহেমচন্দ্ৰ গোস্বামী

২০-৭-১৯২০,
গুৱাহাটী।

# মজিন্দাৰ বৰুৱাৰ বংশাৱলী



# উচৰ্গা

পৰমাৰাধ্য পূজনীয় দেউতা

শ্ৰীযুত ৰবিলাল ভূঞা ডাঙ্গৰীয়াৰ

চৰণকমলত

সন্তানৰ ভক্তিস্নেহৰ ক্ষুদ্ৰ চিনস্বৰূপে

## স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ

এই জীৱন-চৰিতখনি

অৰ্পণ কৰিলোঁ।



শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

ভাদ ১৮৪২ শক।

# আনন্দৰাম বৰুৱা।

## আৰম্ভণ

পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱা ইহসংসাৰৰ পৰা বিদায় লোৱা আজি ভালেমান বছৰ অতীত হল, তেওঁৰ বিষয়ে জানিব লগীয়া যাট কথাখিনি এতিয়াও ৰাইজৰ আগত সম্পূর্ণ হৈ ওলোৱা নাই। সেইদেখি পোনপ্ৰথমতে বৰ দুখেৰে কব লগাত পৰিছে যে আজিলৈকে কোনেও তেওঁৰ জীবনী লিখিবলৈ আগবঢ়া নাই। আমাৰ অসমত এতিয়াও বহুত মানুহ আছে যি সকলে পৰা আনন্দৰামক দেখিছে, তেওঁৰ লগত একে-লগে পঢ়িছে, মাজিষ্ট্ৰেট হৈ থাকোঁতে তেওঁৰ লগত নানান প্ৰকাৰে ঘনিষ্ঠতা ৰাখিছিল, শেহত অগ্নিৰ গৰ্ভত তেওঁৰ দেহা বিসৰ্জন কৰিছিল, তথাচ তেওঁলোকৰ কোনোজনে যে এই কামত আগবঢ়া নাই ই হৈছে বৰ দুখৰ কথা। বঙ্গালী লেখক স্বৰ্গীয় ঠাকুৰদাস মুখোপাধ্যায়ে বৰুৱা মৃত্যুৰ আগতেবেকৰ পাছত 'সাহিত্য'ত এই বিষয়ে আক্ষেপ কৰিছিল; আজি মান বছৰ হল, সেই আক্ষেপৰ প্ৰতিধ্বনি দেশময় শুনা গৈছে, তথাচ সেই আক্ষেপৰ ওপৰত প্ৰতীকাৰৰ পাৰিজাত ফুল আজিলৈকে ফুলি উঠা নাই। আনন্দৰাম বৰুৱাৰ দুৰ্ভাগ্য তেওঁ পুৰাণ-প্ৰসিদ্ধ প্ৰাগজ্যোতিষপুৰত জন্ম লৈছিল; তেওঁৰ জন্ম হব লাগিছিল ভাৰতৰ আন কোনো গুণীৰ গুণ-বুজা দেশত, তেতিয়া তেওঁ যথাযথ সন্মান পালেহেঁতেন, আনন্দৰামৰ জন্মবাৰ্ষিকীত দেশবাসীৰ প্ৰাণ মতলীয়া হলহেঁতেন।

হয়াৰ কাৰণ এটা হব পাৰে। বহুতৰ মনত আক্ষেপ যে আনন্দৰাম বৰুৱাই জাতকুল এৰি বিলাতলৈ গৈ চিভিলিয়ান হল, বিদেশত মাজিষ্ট্ৰেট হৈ নিজৰ ধনৰ মোনা পূৰ কৰিলে, অসমীয়া মাতৃভাষা আৰু সাহিত্য এৰি সংস্কৃতৰ চৰ্চ্চা কৰিলে, এনেকি ভুলে-চুকেও অসমীয়া সাহিত্য বা অসমীয়া জাতিৰ কোনোবিধ মঙ্গল সাধি নগল। এনে স্থলত তেওঁৰ জীৱন-চৰিত আমাৰ আহিকল হব পাৰে কেনেকৈ? তেওঁৰ জীৱন চৰিত লিখি আমি তেওঁক পূজা কৰিম কেলেই? এইবোৰ কাৰণত আনন্দৰাম বৰুৱাই অসমীয়াৰ স্মৃতিফলিত আজি পূৰ্ণহিতীয়া সম্ভাষণ পোৱা নাই, যি সম্ভাষণ পাইছে তাৰ গতি ভেকস্ৰোত গতি, সি গঙ্গাস্ৰোত গতি নহয়। কিন্তু আমি সোধোঁ৷ ওপৰত উল্লেকিউৱা কাৰণত যে আমি তেওঁৰ যথাযথ পূজা কৰা নাই, সেইবোৰ কাৰণ তেওঁৰ পূজাৰ অনুকূল নে প্ৰতিকূল।

আনন্দৰাম বৰুৱা একুৰি-ঊনৈচ বছৰ কাল এই সংসাৰত জীয়াই আছিল, এই কালৰ ভিতৰত তেওঁ অসমৰ দেখাতে একো উপকাৰ সাধি নগল, ই সঁচা। ব্যৱস্থাপক সভাত মিউনিচিপালিটিৰ টেক্স্ কমাবলৈ বা আন কোনো প্ৰস্তাৱ মেলি গবৰ্ণমেণ্টক অনুৰোধ কৰা নাছিল ই সঁচা, কিন্তু সেই বুলি তেওঁৰ অসামান্য গুণৰাশিৰ কিবা বঢ়া-টুটা হ'লনে? তেওঁ আছিল সাহিত্য-আকাশৰ পূৰ্ণচন্দ্ৰ, সাহিত্যৰ অমিয়া পান কৰোঁতে তেওঁৰ আতমা বিভোৰ হৈছিল, শঙ্কা আৰু প্ৰতিদ্বন্দ্বিতা-সমাকুল ৰাষ্ট্ৰীয়-ক্ষেত্ৰত থিয় হবলৈ তেওঁৰ প্ৰবৃত্তি বা অৱসৰ হয় কেনেকৈ? তেওঁ নিজেই এবাৰ আক্ষেপ কৰি কৈছিল,—"বঙ্গাধৰীয়া কথা লৈ অনৰ্থক খোৱা-কামোৰা নকৰি আমাৰ নেতাসকলে যদি সংস্কৃত সাহিত্যৰ বহুমূলীয়া বস্তু-বাজি পোৱাবলৈ অনাৰ কামত মন-প্ৰাণ ঢালে তেনেহলে দেশৰ পৰম উপকাৰ হয়।" বৰুৱাই এনেদৰে কোৱাৰ পৰা আমি ভাবিব নালাগে যে তেওঁ ৰাষ্ট্ৰনৈতিক দলৰ মানুহক কোনোপ্ৰকাৰে ভাল নেপাইছিল। ওপৰত কোৱা কথাষাৰৰ ভিতৰত থকা ভাব বা তাৎপৰ্য্যহে আমি গ্ৰহণ

কৰিব লাগিব, সংস্কৃত সাহিত্যৰ প্ৰতি তেওঁৰ অনুৰাগ ইমান প্ৰবল আছিল, আৰু সেই লুপ্তপ্ৰায় দেৱভাষাৰ কাৰণে কৰিব লগীয়া ইমান কাম আছিল বুলি তেওঁ ভাবিছিল যে আন কোনো মেধাবী মানুহে সংস্কৃত-চৰ্চা এৰি আনৰ চৰ্চাত ধৰিলে তেওঁ বেয়া পাইছিল। ৰাষ্ট্ৰনীতিৰ প্ৰতি প্ৰকৃত অৱজ্ঞাভাবৰ পৰা এই কথাষাৰ ওলোৱা নাই, ই তেওঁৰ সংস্কৃত সাহিত্যলৈ অতুলন অনুৰাগৰ পৰাহে ওলোৱা। যি উল্লাসত আনন্দৰাম বৰুৱাই এবাৰ চিঞঁৰি উঠিছিল,—"মোৰ পক্ষে সংস্কৃত ভাষাৰ নিচিনা মৰমৰ চাৰা আন একো নাই",—এই কথাষাৰো সেই উল্লাসৰ পৰা ওলোৱা।

তাৰ পাচত আনন্দৰাম বৰুৱা আছিল বঙ্গদেশত, ইমান ব্যস্ত হৈ থাকিব লগা মাজিষ্ট্ৰেটৰ কাম কৰিছিল, আৰু ইমান চেষ্টা গবেষণা কৰি গ্ৰন্থ লিখিছিল, ইয়াৰ ভিতৰত ৰাষ্ট্ৰীয় ক্ষেত্ৰত দেশৰ উপকাৰ কৰিবলৈ তেওঁ অৱসৰ পায় ক'ত? স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্তই চিভিলিয়ান হৈও দেশৰ উপকাৰ কৰিবলৈ সময় পাইছিল, এসময়ত কংগ্ৰেছৰ সভাপতিও হব পাৰিছিল, চিভিলিয়ান চাৰ কৃষ্ণগোবিন্দ গুপ্তই দেশৰ সেৱা কৰি ফুৰিছে, এনে স্থলত চিভিলিয়ান আনন্দৰাম বৰুৱাই নোৱাৰিলে কিয়? কিন্তু আমি কওঁ এওঁলোকে চৰকাৰী কামৰ পৰা আজৰি লৈহে দেশসেৱাত মন পাৰিছে। আনন্দৰাম বৰুৱাক কিন্তু নিঠুৰ কালে অকালতে হৰি নিলে। দেশৰ বৰেণ্য-ৰূপে আনন্দৰামক আমি দেখা নাপালোঁ, কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ্‌-চেন্সেলাৰ হৈ চিনেটৰ মিটিঙত সভাপতিৰ আসন গ্ৰহণ কৰা তেওঁক দেখা নাপালোঁ, নাইট্ উপাধি লৈ বিলাতৰ ইণ্ডিয়া-কাউন্সিলত তেওঁ স্থান নাপালে। কিন্তু এইবোৰ সন্মান তেওঁৰ কাৰণে সুগিত আছিল। নিঠুৰ কালৰ গৰ্ভত সকলো লোপ পালে! আনন্দৰাম বৰুৱাৰ অতিমৰ পৰা জগতে যিখিনি প্ৰাপ্য আছিল, তাৰ আধাখিনিও উছুল নহল, তেওঁৰ গাত থকা 'চুপাৰমেন' বা অতিমানৱৰ

বিকাশ মুকুল অৱস্থাতে সমাপ্ত হল। গতিকে আনন্দৰাম বৰুৱাই অমুকটো নকৰিলে বুলি আমি আক্ষেপ কৰা যুগুত নহয়। এতিয়া চোৱা যাওক তেওঁনো আমাৰ কি কৰিলে।

আনন্দৰাম বৰুৱাই অসমলৈ এটি সন্মানৰ সোঁত বোৱালে, আন্তর্জাতি-সন্মিলনত আনন্দৰাম বৰুৱাই আমাক উচ্চ আসন দিয়ালে, সভ্য উন্নতিশীল জাতিৰ লগত পাণ্ডিত্যৰ সোণৰ শিকলিৰে তেওঁ আমাক সংযুক্ত কৰি গল। আমি অসমীয়াই আনন্দৰাম বৰুৱাৰ পৰা এইখিনি পাইছোঁ। আমাৰ দেশলৈ যেয়ে সন্মান আনে তেওঁকে আমি সন্মান কৰিম। মহাত্মা গোপালকৃষ্ণ গোখেলে এবাৰ কৈছিল,—"আমাৰ দেশলৈ যি সন্মান আনে তেৱেঁই আমাৰ সন্মানৰ পাত্ৰ। সকলো বিষয়তে সেই সন্মান বা উৎকৰ্ষৰ সোঁত বব লাগিব। তেহে কোনো জাতিৰ সৰ্ব্বাঙ্গীন উন্নতি হৈছে বুলি কব পাৰোঁ।" বিলাতত বৈজ্ঞানিক চাৰ উইলিয়েম ৰামচে, চাৰ অলিভাৰ লজৰ সন্মান, ৰাষ্ট্ৰনৈতিক লৰ্ড মৰ্লি, মিঃ লইড জৰ্জৰ অপৰিমেয় সন্মান, সেইদৰে নাটকীয় জগতত মিঃ মেথিচন লেং, মিচ্ এলেন্ টেৰী, চাৰ্লি চেপ্লিন আৰু মেক্চ্ লিণ্ডাৰৰো সন্মান। বিষয় যেয়ে হওক, সেই বিষয়ত উৎকৰ্ষ লাভেহে প্ৰতিভাৰ পৰিচয়। আনন্দৰাম বৰুৱাই গোটেই ভাৰতত নিজৰ নাম জ্বলালে, ইউৰোপীয় পণ্ডিত-সমাজত তেওঁ আসন লাভ কৰিলে, আমাক আৰু ইয়াৰ বেচি একো নালাগে। আমাৰ দেশৰ বায়ু, আমাৰ দেশৰ পানী আৰু অসমীয়াৰ খাৰখোৱা তেজ মাংসৰ পৰা জন্মগ্ৰহণ কৰি আনন্দৰামে ইমান কীৰ্ত্তি ৰাখিলে, সেয়ে যথেষ্ট। তেওঁৰ পৰা পাব লগীয়া আমাৰ শেষ হ'ল বুলি ধৰিম। আমি গুণীৰ গুণ সুবুদ্ধি বীৰ-পূজাত পিচ পৰিব পাৰোঁ, কিন্তু আনন্দৰাম বৰুৱাই নানা ঠাইৰ নানা পণ্ডিতৰ পৰা অপৰ্য্যাপ্ত সন্মান লাভ কৰিছে। বঙ্গগৌৰৱ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, পণ্ডিতশিৰোমণি মহামহোপাধ্যায় মহেশচন্দ্ৰ ন্যায়ৰত্ন, কলিকতা হাইকোৰ্টৰ ভূতপূৰ্ব্ব জজ আৰু কলিকাতা ইউনিভাৰ্চিটিৰ

সৰ্ব্বপ্ৰথম ভাৰতীয় ভাইচ্ চেঞ্চেলাৰ চাৰ গুৰুদাস বন্দোপাধ্যায়, স্বনামখ্যাত ৰমেশচন্দ্ৰ দত্ত, কবি নবীনচন্দ্ৰ সেন, বোম্বেৰ সুপুত্ৰ কালে, আপে, কেম্বি্ৰজৰ চেচিল বেণ্ডেল, মিঃ জে. ডি. এণ্ডাৰ্চন্, অক্সফোৰ্ডৰ ভট্ট মোক্ষমূলাৰ আৰু থিয়দাৰ গোল্ডষ্টাকাৰ প্ৰমুখ্যে পূব আৰু পশ্চিমৰ জ্ঞানৰ অধিনায়কসকলে আনন্দৰাম বৰুৱাৰ বিশেষভাবে মোল বুজিছিল, আৰু তেওঁৰ অকাল মৃত্যুত সংস্কৃত সাহিত্যৰ যে কিমান ক্ষতি হৈছে তাক মুক্তকণ্ঠে স্বীকাৰ কৰিছিল।

পৌৰাণিক যুগৰ পৰা আৰম্ভ কৰি বৰ্ত্তমান কাললৈকে তিনিজনা অসমীয়া মহাত্মাই সৰ্ব্বভাৰতব্যাপী আন্দোলন চৰ্চ্চাত খ্যাতি লাভ কৰিছে। কামৰূপেশ্বৰ ভগদত্তই যেতিয়া চীন আৰু কিৰাত সৈন্য লৈ কৌৰৱ-পাণ্ডৱৰ মহাযুদ্ধত উপস্থিত হলগৈ, তেতিয়া উভয় পক্ষৰ বিপুল সৈন্য-বাহিনীৰ দৃষ্টি বিচিত্ৰ সমৰসজ্জাত বিভূষিত গজচন্দ্ৰী পৰিবেষ্টিত অসমীয়া সৈন্যৰ ওপৰত নিপতিত হল। কুৰুক্ষেত্ৰ মহাযুদ্ধৰ লগে লগে ভগদত্ত নৃপতিৰ নাম গোটেই ভাৰতময় বিয়পি পৰিল। খৃষ্টীয় সপ্তম শতিকাত চীন পৰিব্ৰাজক হিৱেনচাঙে যেতিয়া ভাৰত পৰিভ্ৰমণ কৰে, তেওঁ কামৰূপত অনেকদিন বাস কৰি নানা শাস্ত্ৰ অধ্যয়ন কৰে। তেতিয়া কামৰূপৰ ভিতৰত নানা শিক্ষাকেন্দ্ৰ আছিল, আৰু দেশৰ সমৃদ্ধি আন দেশৰ চকুত লগা আছিল। তেতিয়াৰ কামৰূপেশ্বৰ কুমাৰ ভাস্কৰবৰ্ম্মাৰ আতিথ্য আৰু কামৰূপী পণ্ডিতৰ পাণ্ডিত্যত মুগ্ধ হৈ চীন পৰিব্ৰাজকে এই দেশ এৰি যাবলৈ সহজে ইচ্ছা নকৰিছিল। তাৰ পাছত থানেশ্বৰৰ নৃপতি উত্তৰ ভাৰতৰ একচ্ছত্ৰ সম্ৰাট হৰ্ষবৰ্দ্ধনৰ বিশেষ চেষ্টাত কুমাৰ ভাস্কৰবৰ্ম্মাই হিৱেনচাঙক উক্ত সম্ৰাটৰ ওচৰলৈ পঠিয়াই দিয়ে। গৌড়ৰাজ শশাঙ্কৰ বিৰুদ্ধে হৰ্ষবৰ্দ্ধনৰ বিৰোধ যুদ্ধ হয় সেইবোৰত কুমাৰ ভাস্কৰবৰ্ম্মা সম্ৰাটৰ প্ৰধান সহায় আছিল। তাৰ পাছত সম্ৰাটৰ সকলো শোভাযাত্ৰাত কুমাৰ ভাস্কৰবৰ্ম্মা অগ্ৰগণী আছিল। হিৱেনচাঙৰ ভাৰত ভ্ৰমণ কাহিনী, বাণভট্টৰ

হৰ্ষচৰিত আদি গ্ৰন্থই কুমাৰ ভাস্কৰবৰ্ম্মাক ভাৰতব্যাপী খ্যাতি দান কৰিছে। তাৰ পাচত উনৈচ শতিকাত অসমৰ প্ৰতিভাশালী পণ্ডিত আনন্দৰামে নিজৰ জ্ঞান আৰু একনিষ্ঠাৰ বলেৰে গোটেই ভাৰতত নশস্যা লাভ কৰিছে।

মহাত্মা মেধাবী পুৰুষসকলে দেশৰ পোনপাকে কিবা উপকাৰ কৰক বা নকৰক, আওপাকে এইটো উপকাৰ কৰি যায় যে সেই জাতিৰ অন্তৰ্নিহিত ভবিতব্যতা বা একেবাৰে গুপ্ত থাপলৈকে উধাব পৰা শক্তি বা চৰম উৎকৰ্ষৰ সম্ভাৱনা আঙ্গুলিয়াই দেখুৱাই যায়। আনন্দৰাম বৰুৱায়ো জগতৰ মহাসভাত অসমীয়া জাতিৰ এই মানসিক উৎকৰ্ষৰ সম্ভাৱনা ঘোষণা কৰি গৈছে। তেওঁ দেখুৱাই গৈছে যে অসমীয়া মানুহ সোপাচিলা অকামিলা বা অকল 'খৰিকতীয়া বা পানীতোলা' শ্ৰেণীৰ মানুহ নহয়। তেওঁলোকৰ মাজতো অসাধাৰণ মগজ লৈ মেধাবী পুৰুষৰ জন্ম হোৱাৰ সম্ভৱ। এই যে সম্ভাৱনাৰ জ্ঞান, এয়ে আমাৰ জাতীয় উন্নতিত বিশেষ সহায় কৰিব। তাহানি বীৰবৰ লাচিত বৰফুকনে সমৰক্ষেত্ৰত অসমীয়াৰ এক উৎকৰ্ষৰ সম্ভাৱনা কই গল, মহাপুৰুষ শঙ্কৰদেৱে আধ্যাত্মিক ক্ষেত্ৰত অসমীয়াৰ ভবিতব্যতা দেখুৱালে, মহামতি পূৰ্ণানন্দ বুঢ়াগোহাই ডাঙ্গৰীয়াই ৰাজনৈতিক ক্ষেত্ৰত অসমীয়াৰ চৰম উৎকৰ্ষ দেখুৱাই থৈ গল, সেইদৰে আনন্দৰাম বৰুৱায়ো সাহিত্য ক্ষেত্ৰত লক্ষ্মী-সৰস্বতীৰ বৰপুত্ৰ হৈ অসমীয়াৰ ভবিতব্যতা দেখুৱাই থৈ গ'ল। আমি সেই দেখিয়েই আনন্দৰাম বৰুৱাক পূজা কৰিম, যদি কায়মনোবাক্যে ইমান দিনে আমি তেওঁক পূজা কৰা নাই, এতিয়াৰে পৰা আমি তেওঁক পূজা কৰিম। কাৰণ তেওঁৰ অসাধাৰণ প্ৰতিভাশক্তিৰ পূজা কৰিবলৈ পূব আৰু পছিমৰ পণ্ডিতসভাই পিচ হোঁহোকা নাই, এনেস্থলত আমি যদি তেওঁক পূজা নকৰোঁ তেন্তে আমাৰ গাত উপকাৰীক অজগৰে খোৱা অজীৰ্ণপাতকীৰ চেকা পৰিব।

যি লাই বাঢ়িব তাৰ দুপতীয়াতেই চিন। আনন্দৰাম বৰুৱা কলেজত সোমোৱাৰ দিন ধৰি তেওঁৰ প্ৰতিভাই সকলোৰে চকু আকৰ্ষণ কৰিছিল। কলিকতা প্ৰেচিডেন্সী কলেজত তেওঁৰ সহপাঠি আছিল সুৰেন্দ্ৰনাথ বেনাৰ্জ্জী, ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত, ত্ৰৈলোক্যনাথ বসু, প্ৰেমচান্দ ৰায়চান্দ বৃত্তিধাৰী কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ আৰু হাইকোৰ্টৰ খ্যাতনামা উকীল উমাকালী মুখাৰ্জ্জী। তেওঁলোকৰ গুৰু আছিল দেশপূজ্য চাৰ গুৰুদাস বন্দোপাধ্যায়। গুৰু শিষ্যৰ এনে অপূৰ্ব্ব ত্ৰিবেণী-সঙ্গম জগতত বিৰল, মাজত পূৰ্ণিমাৰ জোন, তাৰ কেওফালে যেন উজ্জ্বল তাৰকাবৃন্দই বেৰি আছে। এওঁলোকৰ প্ৰত্যেকেই দেশৰ বুৰঞ্জীত চিন ৰাখি থৈ যাব পাৰিছে। চাৰ গুৰুদাস তেওঁলোকৰ গণিত অধ্যাপক আছিল। এই নক্ষত্ৰ-সভাৰ মাজত ৰূপনী অসমৰ বুকুৰ পৰা গৈ আনন্দৰামে কিদৰে জিলিকিছিল তাৰ বিষয়ে চাৰ গুৰুদাসে আমাক নিজে কৈছে,—“১৮৬৫ খৃষ্টাব্দৰ প্ৰেচিডেন্সী কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণী উজ্জ্বল তাৰকা-বৃন্দৰে ভৰপূৰ আছিল, আৰু মিঃ বৰুৱা এই উজ্জ্বল ছাত্ৰবৃন্দৰ মাজত সবাতোকৈ উজ্জ্বল আছিল।” চুম্বকে যেনেকৈ লোহাক টানে, এটি জ্যোতিষ্কই যেনেকৈ আন এটিৰ ফালে চাল খায়, তেনেকৈ মহাপুৰুষ-সকলৰ মাজত এটি বৈদ্যুতিক আকৰ্ষণী শক্তি আছে। এই দেশ-বিখ্যাত সহপাঠীসকলৰ লগত আনন্দৰাম বৰুৱাৰ যি বন্ধুত্ব হয় সি জীৱনব্যাপী আছিল। সেই কালত কবি নবীনচন্দ্ৰ সেন বৰুৱাদেৱৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হয়।

তাৰ পাচত আনন্দৰাম বৰুৱা বিলাতত থাকোঁতে কলিকতাৰ সাতাৰ্কৰ্ণ ব্যাৰিষ্টাৰ চাৰ তাৰকনাথ পালিত আৰু বোম্বাইৰ প্ৰথম চিভিলিয়ান শ্ৰীপদ বালাজী ঠাকুৰৰ লগত তেওঁৰ বিশেষ বন্ধুত্ব হয়। বিলাততো তেওঁৰ প্ৰতিভা জিলিকি উঠে, লণ্ডন ইউনিভাৰ্চিটিৰ অধ্যাপক ডাক্তাৰ কাৰ্পেণ্টাৰে কৈছিল,—“মই ইমানদিন অধ্যাপকী কৰিলোঁ, কিন্তু

আনন্দৰাম বৰুৱাৰ নিচিনা অনুসন্ধিৎসু আৰু তত্ত্বগ্ৰহণেচ্ছু ছাত্ৰ মই এই পৰিমিতে পোৱা নাই।” তেওঁ আই-চি-এচ্ পৰীক্ষাৰ লগতে ব্যাৰিষ্টাৰী পৰীক্ষাও পাচ কৰি আছে, ইও কম গৌৰৱৰ কথা নহয়।

চিভিলিয়ান পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ কামত সোমায়। তাতো তেওঁৰ প্ৰতিভাশক্তি জিলিকি উঠে। তেওঁৰ পূৰ্ব্বে কোনো ভাৰতীয়ৰ ওপৰত জিলাৰ ভাৰ সমৰ্পিত হোৱা নাই। নোৱাখালী হেন ইমান ডাঙৰ জিলাৰ ভাৰ তেওঁৰ গাত আছিল। ৰমেশ দত্তৰ জীৱনী লিখক মিষ্টাৰ জে, এন গুপ্ত আই-চি-এচে কৈছে,– “ভাৰতীয় সকলৰ ভিতৰত আনন্দ-ৰাম বৰুৱাই সৰ্ব্বপ্ৰথমে জিলাৰ কাৰ্য্যকৰী ভাৰ পায়।” আনন্দৰামৰ মনস্বিতাও সাধাৰণ খাপৰ নাছিল, এই মনস্বিতাৰ কাৰণে তেওঁ অসম এৰি বঙ্গদেশলৈ গুচি গল। এবাৰ চিটাগঙ্গ বিভাগৰ কমিচনাৰ মিষ্টাৰ ওয়েষ্টমেকট্ চাহাবৰ লগত কিবা কথাত মতান্তৰ হোৱাত বৰুৱাদেৱে উক্ত কমিচনাৰ চাহাবলৈ যি লিখি পঠিয়ায় তাৰ শাৰীয়ে শাৰীয়ে তেজস্বিতাৰ প্ৰকাশ,—“মিঃ ওয়েষ্টমেকট্ চাহাবে মনত ৰখা উচিত যে চিভিল চাৰ্ভিচৰ প্ৰলোভন বা ৰজাঘৰীয়া কোনো ৰকম অপবাদে, যাক মই ন্যায় আৰু শুদ্ধ বুলি বিবেচনা কৰোঁ তাক সম্পাদন কৰাৰ পৰা মোক বিৰত কৰাব নোৱাৰে।” আমি শুনিছোঁ এই ঘটনাটো নোৱাখালীৰ মানুহৰ মুখে মুখে। এই তেজস্বিতাৰ গুণেৰে তেওঁ প্ৰজাৰ প্ৰিয়পাত্ৰ হৈছিল। কুমিল্লা জিলাৰ অন্তৰ্গত দোলাই পৰগণাৰ ‘বৰুৱা দীঘি’ আৰু ‘বৰুৱা বাজাৰে’ এতিয়াও তাক সমৰ্থন কৰিছে। আমি শুনিছোঁ বৰুৱাৰ নামেৰে নোৱাখালীত এটা বালিকা স্কুলো স্থাপন কৰা হৈছিল।

ইফালে যেনে বিদ্বান্ যেনে মনস্বী বৰুৱাদেৱ তেনে সৰল আছিল। বিলাতত থাকোঁতে তেওঁৰ বন্ধু-বান্ধৱসকলে নাজানিছিল যে বৰুৱাদেৱে আই-চি-এচৰ বাহিৰে আন কিবা পৰীক্ষালৈ চেষ্টা কৰিছে। তেওঁ

খোটালীত পৰি থাকে, যেতিয়াই কোনো বন্ধুৱে আহি জুৰাবত টুকুৰিয়ায় বা 'নক্' কৰে তেওঁ গম্ভ হৈ আন পৰীকাৰ বিতাপ আদি পোনতে লুকুৱাই থৈহে জুৰাৰ খুলি দিয়ে। ইও এক ৰকম সৰলতা, সক সক লৰাই যেনেকৈ লগৰ লগৰীয়াৰ মনত অনাহুতাকৈ বিস্ময় জন্মাবলৈ বিচাৰে। তাৰ পাচত পক্ষাঘাত বেমাৰত পৰি বোতিয়া ছুটি লৈ তাৰকনাথ পালিতৰ ঘৰত থাকোঁহি, পালিতে নিতৌ কয়,—"মিঃ বৰুৱা, তুমি উইল কৰা।" কিন্তু বেজবৰুৱাদেৱে উইল কৰিবলৈ কেতিয়াও স্বীকাৰ কৰা নাছিল, ভাবোঁচা উইলৰ অনুগামী মৃত্যুৱে অযথাৰ্থভাৱে আক্ৰমণ কৰেহি। আমি এইবোৰ কথা স্বৰ্গীয় বৰুৱাৰ বৰ্হণিনৰ বন্ধু চাৰ পালিতৰ নিজ মুখে শুনিছোঁ। আনন্দৰামৰ প্ৰিয়তম কবি শ্ৰীকণ্ঠ ভবভূতিৰ কথা বাস্তবিকে সঁচা, যে মহাত্মাসকলৰ মন বজ্ৰতকৈও কঠিন আৰু ফুলতকৈও কোমল।

স্বৰ্গীয় চাৰ তাৰকনাথ পালিতে আমাক আৰু এটা বৰ লাগতিয়াল কথা কৈছিল যে মিষ্টাৰ বৰুৱা বৰ কথকী নাছিল, নিজৰ পেটৰ কথা কাচিতো খুলি নকৈছিল, তেওঁ বৰ 'চাপা' আছিল। তেওঁ নীৰৱে নিজৰ কাম কৰি যায়, কাৰো লগত বিশেষ হলিগলি নকৰে, কাৰো আগত পেটৰ কথা খুলি নকয়। পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱাই সোণালী নিমাতীদেৱীক উপাসনা কৰিছিল। তেওঁ অমুকটো কাম কৰিম বুলি জয়ঢোল কোবাই ফুৰিছিল, তেওঁ কাৰ্য্যৰ পৰিণতিৰেহে আনৰ মনত বিস্ময় জন্মাবলৈ চেষ্টা কৰিছিল। কাৰণ, কোনো মনৰ প্ৰস্তাৱ বন্ধু-বান্ধৱৰ আগত মেলি দিবলে সি সমালোচনা আৰু মন্তব্যৰ কোবত তোটা হৈ অহাটো সম্ভৱ। শিশুপ্ৰাণ বৰুৱাদেৱে এই সমালোচনা-যন্ত্ৰণা সহিব কেনেকৈ? সেইদেখি বৰুৱাদেৱৰ জীৱনকাহিনী যদি আজি অসম্পূৰ্ণ হৈ ৰহিছে তেন্তে ই তেওঁৰ নিমাতী স্বভাৱৰ প্ৰতিফল।

মিঃ বৰুৱা কথা-বাৰ্তাত এইদৰে মৌন আছিল আৰু আত্মপ্ৰকাশৰ

চেষ্টা নকৰিছিল সঁচা কিন্তু খনচেৰেক কিতাপত সংস্কৃত শ্লোকৰে তেওঁ নিজৰ পৰিচয় দি গৈছে। গ্ৰন্থকাৰ বা কবিয়ে নিজৰ কিতাপত পদ্যেৰে ভণিতা লিখি পৰিচয় দিয়া পদ্ধতি অতি প্ৰাচীন। ৰক্ষণশীলসকলৰ মাজতহে এই প্ৰাচীন পদ্ধতি আজিলৈকে অৱলম্বিত হৈছে। পাশ্চাত্য সভ্যতাৰ জ্যোতিষ্কেন্দ্ৰ লণ্ডনত শিক্ষিত হৈ আৰু বি-এ, আই-চি-এচ্‌ আৰু ব্যাৰিষ্টাৰ উপাধি ধাৰণ কৰি মিষ্টাৰ বৰুৱাদেৱে নিষ্ঠাবান সংস্কৃত পণ্ডিতৰ দৰে এই আত্মপৰিচয় পদ্ধতিৰ অৱলম্বন কৰিছিল ইহে আচৰিত। মহাবীৰচৰিতৰ 'জানকীৰামভাষ্য'ত যেতিয়া তেওঁ লিখিলে

জানকীৰামসোদৰ্য্যো দুৰ্লভাগৰ্গনন্দনঃ।
আনন্দৰাম বৰুৱা প্ৰাগ্‌জ্যোতিষ্‌পুৰসম্ভবঃ॥
ইংলণ্ডনগৰেন্দ্ৰস্য মধ্যায়তনবাদিনা।
ভাৰতেশ্বৰভৃত্যেণ দাৰিদ্ৰমুক্তলীকৃতম্‌॥
আসীন্মে দয়িতো ভ্ৰাতা জানকীৰাম বিশ্ৰুতঃ।
পিত্ৰো প্ৰিয়তৰঃ পুত্ৰঃ প্ৰাগজ্যোতিষ্‌পুৰনন্দনঃ॥
অঙ্কে শব্দে পুৰাবৃত্তে লব্ধবিস্তীৰ্ণবোধনঃ।
স্বদেশস্য হিতে কাৰ্য্যে সদা প্ৰৱণমানসঃ॥

বা যেতিয়া তেওঁ বাণীবন্দনা কৰি লিখিলে

যস্যামাদিকবিঃ পবিত্ৰচৰিতং ৰামস্য দিব্যং ব্যধাৎ।
যস্যাশ্চিত্ৰৰসা বিচিত্ৰৰচনা ৰাভাতি কাদম্বৰী॥
যা ভাষ্যে গহনা' ধিয' বিতনুতেঽভীশং পৰাং শাঙ্কৰে।
জীয়াৎ সাপ্ৰলয়ং সমুজ্জ্বলতৰা সংস্কাৰপূতা গিৰা॥

তেতিয়া কাৰ ভাবিবৰ শক্তি যে এই সংস্কৃত শ্লোকবোৰৰ লিখক চিভিলিয়ান মিঃ আনন্দৰাম বৰুৱা? ই যেন বিক্ৰমাদিত্য, শ্ৰীহৰ্ষবৰ্দ্ধন বা ভোজৰজাৰ সভাৰ কোনো ৰাজকবিৰ নিগূঢ় ভাবসমষ্টিৰ ছন্দোময় ঝঙ্কাৰ! জড়বাদী সভ্যতাৰ শীৰ্ষযুগ ঊনবিংশ শতিকাত জন্মগ্ৰহণ কৰিও বৰুৱাদেৱে

পুৰাণাদিত প্ৰসিদ্ধ প্ৰাগ্‌জ্যোতিষপুৰৰ উপযুক্ত সন্তান বুলি জগতত চিনাকী দিব পাৰিছিল। বিলাত-ফেৰৎ হৈয়ো তেওঁ আত্মবিস্মৃত নহৈছিল।

সংস্কৃত পণ্ডিতসকলৰ দৰে আনন্দৰাম বৰুৱাই আত্ম-পৰিচায়ক পত্ৰ সংস্কৃতত লিখিছিল। তাৰ উপৰিও তেওঁৰ আৰু এটি গুণ আছিল, সেয়ে হৈছে তেওঁৰ সমালোচনাশীল তুলনাশীল আৰু বিশ্লেষণশীল প্ৰতিভা। পাশ্চাত্য পাণ্ডিত্যৰ লগত ভাৰতৰ সংস্পৰ্শ হোৱাৰ পৰা এই প্ৰবৃত্তিৰ সোঁত ভাৰতলৈ বৰলৈ ধৰিলে। ইউৰোপীয় সুধীবৃন্দই সংস্কৃত আৰু পালীত লিখা প্ৰাচীন গ্ৰন্থাৱলী অধ্যয়ন কৰি তাৰপৰা বিশ্বমানৱৰ মনোবৃত্তিৰ উৎকৰ্ষ-সাধনৰ সম্বল গোটবলৈ উলিয়াবলৈ ধৰিলে। মহাকবি কালিদাসৰ 'শকুন্তলাই' যেতিয়া ইউৰোপীয় পণ্ডিত-সমাজত এটি নতুন যুগ উলিয়ায়, তেওঁলোকে তেতিয়াৰে পৰা বিশ্লেষণ কৰি সমালোচনা প্ৰবৃত্তিৰে সংস্কৃত সাহিত্য পঢ়িবলৈ ধৰিলে। ইউৰোপত সংস্কৃত সাহিত্যৰ প্ৰভাৱ বিস্তাৰ কৰোঁতাসকলৰ ভিতৰত চাৰ উইলিয়ম জন্স, কলব্ৰুক, মোক্ষমূলাৰ, উইল্‌কিন্স, কাৱেল, ওৱেবাৰ, হুইট্‌নি, হেমিল্‌টন, ওল্ডেনবাৰ্গ, জেকবী, পল নিউডেন বা পলদেৱসেন প্ৰভৃতি প্ৰধান। তেওঁলোকে সমালোচনা প্ৰবৃত্তিৰে সংস্কৃত সাহিত্য পঢ়িছিল, পঢ়ি তাৰ গুণাগুণ বিচাৰ কৰি সকলোৰে সন্মুখত বসৰ উঁৱাল মেলি দিছিল। এয়ে নোহোৱা হলে আমাৰ বেদ, বেদান্ত, দৰ্শন, উপনিষদ অকল শ্ৰোত্ৰিয়সকলৰ সম্পত্তি হৈ পুৰণি পাচিপেটাৰ পুথিৰ পেৰাৰ মাজত লোমাই থাকিলহেঁতেন, জগতেও ভাৰতৰ অমূল্য বস্তুবাজিৰ গোন্ধ নাপালেহেঁতেন; আমি ভাৰতীয়ই যি আধ্যাত্মিকতা লৈ গৌৰৱ কৰোঁ সেই গৌৰৱৰ পৰা আমি আজি বঞ্চিত হলোঁহেঁতেন। পুৰাকালত শ্ৰীকৃষ্ণৰ দেৱতা প্ৰবেশিছে যেনেকৈ স্বৰ্গৰ পৰা আনৰ আনিয়া আমি পৃথিবীৰ মাটিৰ বৃত্তিকাৰ সঞ্জীৱিত কৰিছিল, সেইদৰে ইউৰোপৰ এই

জিজ্ঞাসা বা সমালোচনা প্ৰবৃত্তিয়ে ভাৰতীয় পাণ্ডিত্যৰ জড়ত্ব ভাঙ্গি তাক অপূৰ্ব্বভাবে সঞ্জীবিত কৰিলে। তেতিয়াৰে পৰা ভাৰতীয় সাহিত্যৰ অন্তৰ্নিহিত সৌন্দৰ্য্য সকলোৱে উপলব্ধি কৰিবলৈ ধৰিলে। শিৱৰ তৃতীয় নেত্ৰৰ পৰা কুমাৰৰ জন্মৰ দৰে ভাৰতৰ বত্নাৱলীৰ পৰা জগতৰ সম্পদ বাঢ়িল।

ইউৰোপীয় পাণ্ডিত্যৰ এই জিজ্ঞাসা-প্ৰৱণতা লাহে-লাহে আহি ভাৰতবৰ্ষৰ উপকূল পালেহি। লাহে-লাহে ভাৰতৰ পণ্ডিতসকলেও নতুন দৃষ্টি লৈ প্ৰাচীন সাহিত্য পুৰাণ দৰ্শন আদি পঢ়িবলৈ ধৰিলে। তেওঁলোকৰ অনেকে হয়তো ইউৰোপৰ শিক্ষাকেন্দ্ৰত শিক্ষালাভ কৰিছিল, নাইবা ভাৰততে থাকি ইউৰোপীয় সাহিত্য পঢ়ি সেই নতুন সমালোচনা পদ্ধতিৰ অৱতাৰণা কৰিছিল। এই নব্যসম্প্ৰদায়ৰ ভাৰতীয় পণ্ডিতসকলৰ ভিতৰত ৰমেশচন্দ্ৰ দত্ত, ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰ, ইন্দ্ৰজী ভবানী, ৰাজেন্দ্ৰলাল মিত্ৰ আৰু আনন্দৰাম বৰুৱা প্ৰধান। ভাৰতীয় সাহিত্য-ক্ষেত্ৰত তেওঁলোকে এটি নতুন যুগ উলিয়াব,—মৌলিক সাহিত্যৰ দ্বাৰা নহয়, সমালোচনামূলক সাহিত্যৰ দ্বাৰাই তেওঁলোকে ভাৰতৰ সাহিত্য আকাশত নতুন জেউতিৰ আবিষ্কাৰ কৰে ; সেইদেখি তেওঁলোকৰ পূজা ভাৰতব্যাপী। তেওঁলোকৰ ভিতৰত একেবাহে একানপতীয়াকৈ যদি কোনোবাই সংস্কৃত সাহিত্যৰ পূজা কৰিছিল তেন্তে তেওঁ আছিল আমাৰ আনন্দৰাম বৰুৱা। গতিকে তেওঁ ভাৰতীয় সাহিত্যৰ এই নতুন যুগৰ পুৰোহিত বুলি ভাৰতৰ সাহিত্যসেৱকৰ পৰা পূজা পাই থাকিব।

এই খিনিতে বহুতে কব পাৰে—"আনন্দৰাম বৰুৱাই চিৰ-চহকী সংস্কৃত সাহিত্যৰ যোগান নধৰি দুখীয়া অসমীয়া সাহিত্যৰ কালে মন-কাণ নিদিলে কিয় ?" আনন্দৰাম বৰুৱাক যদি আমি অসমীয়া সাহিত্য-সেৱকৰ শ্ৰেণীৰ পৰা হেৰুৱালোঁ তেন্তে ই আমাৰ সাহিত্যৰ দুৰ্ভাগ্যৰ দুৰ্ভাগ্য। তেওঁৰ নিচিনা প্ৰতিভাশালী পুৰুষৰ কৰ্ম্মভূমিৰ কাৰণে

অসমীয়া সাহিত্যৰ সংকীৰ্ণ ক্ষেত্ৰ সুচল নাছিল; ইয়াত নাই যোলবুজা, নাই প্ৰকৃত সমালোচনা, নাই আগ্ৰহভৰা 'সমজদাৰ' পাঠকশ্ৰেণী, আনন্দৰামৰ গোটেই জীৱন পেলনি গলহেঁতেন। সেইদেখি তেওঁৰ প্ৰতিভাৰ নিমিত্তে সুবিশাল কৰ্মক্ষেত্ৰ উলিয়াই লবলৈ তেওঁ বাধ্য হ'ল। আমি আজিকালিও জনচেৰেক ওখশ্ৰেণীৰ সাহিত্য-সেৱকৰ মুখে শুনিছো যে দুৰ্ভাগ্যবশতঃহে তেওঁলোকে অসমীয়া সাহিত্যৰ সেৱা কৰি নিজৰ হে' ছুটি কৰিলে, অন্যান্য উন্নত সাহিত্যৰ সেৱা কৰিবলৈ পোৱা হ'লে তেওঁলোকৰ ইহকালীন পৰকালীন খ্যাতি আৰু সমৃদ্ধিৰ বাট-পথ আৰু সুচল হলহেঁতেন। ই কোনো দেশ-দ্ৰোহী অজ্ঞানপাতকীৰ ভাব নহয়, অন্যৰ উন্নত সাহিত্যৰ যেতিয়া আমি অগ্ৰাহ্য নহওঁ যেন লাগে সকলোৰে মনত যেনে ভাব অহাটো স্বাভাৱিক। প্ৰতিভাই নিজৰ কৰ্মক্ষেত্ৰ বাছি লয়, আনন্দৰাম বৰুৱাৰো তেওঁৰ প্ৰতিভাৰ স্বচলক্ষেত্ৰ বাছি ললে। সকৰে পৰা তেওঁ সংস্কৃত পঢ়িছিল, লৰাকালত তেওঁক সংস্কৃত পঢ়াবলৈ এজন অধ্যাপক বিশেষকৈ নিযুক্ত কৰা হৈছিল, কলিকতাত থাকোঁতে সংস্কৃত কলেজৰ বিৰাট সংস্কৃত লাইব্ৰেৰী তেওঁ উপাস্য কৰিছিল, বিলাতত থাকোঁতে বৃটিচ মিউজিয়মৰ সংস্কৃত গ্ৰন্থাৱলী এখন-এখনকৈ শেষ কৰিছিল, অক্সফোৰ্ডত তত্ত্ব মেক্সমূলাৰৰ লগত দেখা সাক্ষাৎ কৰি বৈদ্যুতিক আকৰ্ষণীৰে আকৃষ্ট হৈছিল, তেওঁ কল্পনা সাৰথি কৰি ভাৰতৰ অতীত গৌৰৱৰাশিৰ মাজত বিচৰণ কৰিছিল, এনেস্থলত তেওঁৰ পক্ষে সংস্কৃত সাহিত্যৰ সোৱাদ এৰাটো বৰ টান হল। আৰু সেই সময়ত বিলাতফেৰ্তা সকলৰ মাজত অতি কমেহে মাতৃভাষাৰ চৰ্চাত লাগিছিল। ৰমেশ দত্তই পোনতে ইংৰাজী সাহিত্যৰ উপাসনা কৰিছিল। বঙ্কিমচন্দ্ৰই যিদিন তেওঁক কলে, "তোমাৰ নিচিনা প্ৰতিভাশালী পুৰুষে যি লিখা সেয়ে সাহিত্য", সেই মুহূৰ্তৰ পৰা ৰমেশচন্দ্ৰৰ প্ৰতিভা বঙ্গীয় সাহিত্যৰ কালে চাল খালে। তাৰ ফলত আজি 'বঙ্গবিজেতা', 'মাধৱীকঙ্কন',

'ৰাজপুত জীৱনসন্ধ্যা', 'মগাৰাষ্ট্ৰ জীৱনপ্ৰভাত' প্ৰণেতা ৰমেশচন্দ্ৰ দত্তই বঙ্গীয় সাহিত্য-সমাজত ওখ আসন লাভ কৰিছে। আমাৰ কোনো অসমীয়া বঙ্কিমচন্দ্ৰই আনন্দৰামৰ প্ৰতিভাৰ সোঁত অসমীয়া সাহিত্যৰ ফালে বোৱাব নোৱাৰিলে কিয় ? ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই কৰিছিল কি ? হয়তো লোকৰ মনৰ ওপৰত নিজৰ মনৰ প্ৰভাৱ বিস্তাৰ কৰিব পৰা কোনো বঙ্কিমচন্দ্ৰই অসমীয়াৰ মাজত নাছিল।

আনন্দৰাম বৰুৱাই অসমীয়া সাহিত্যত যোগ নিদিলে সঁচা, কিন্তু তেওঁ অসমক পাহৰা নাছিল। তেওঁৰ অভিধানৰ বহুত ঠাইত অসমৰ উল্লেখ আছে, কেবা ঠাইতো ইংৰাজী শব্দৰ উপযুক্ত সংস্কৃত প্ৰতিশব্দৰ অভাৱত অসমীয়া শব্দৰে তেওঁ তাৰ ভাব বুজাইছে। প্ৰাচীন কামৰূপ বা প্ৰাগ্‌জ্যোতিষপুৰৰ কথা উল্লেখ পালেই তাক তেওঁ মহা আগ্ৰহেৰে ব্যাখ্যা কৰিছিল। আৰু আমি শুনিছো মাতৃভাষা অসমীয়া সাহিত্যৰ উন্নতি সাধিবলৈ তেওঁৰ ইচ্ছা আছিল, কিন্তু তেওঁৰ অকাল মৃত্যুতে সকলো নষ্ট হল।

'ভাৰতত অশান্তি' গ্ৰন্থ প্ৰণেতা চাৰ ভেলেণ্টাইন চিৰলে কৈছে,—"মিঃ গোখেল বৃটিছৰ আমোলৰ সৰ্ব্বশ্ৰেষ্ঠ ভাৰত সন্তান।" আমিও কব পাৰোঁ মিঃ আনন্দৰাম বৰুৱা বৃটিছৰ আমোলৰ সৰ্ব্বশ্ৰেষ্ঠ অসম-সন্তান, ইয়াৰ মূল কাৰণ, তেওঁৰ গাত এটা লক্ষণ আছিল সেইটো আইন অসমীয়াৰ গাত নাই, এয়ে কৈছে তেওঁৰ একাগ্ৰতা। অতি কোমল বয়সতে তেওঁ যি জ্ঞানৰ অমৃত-পানত মন দিলে মৃত্যুৰ কাললৈকে তাৰ পৰা তেওঁ মুৰ দঙা নাছিল। নিজৰ জ্ঞানাৰ্জ্জনব্ৰতত কিবা বিঘিনি ঘটে বুলি তেওঁ বিয়াকে কৰা নাছিল। তেওঁৰ অতুল ঐশ্বৰ্য্য এনেই এলাই-এথানি কৈ পৰি থাকিল, তাক ভোগ কৰিবলৈ কোনো নোলাল। এই একাগ্ৰতাৰ কাৰণে তেওঁ ইমান দাম্ভিক থকা

প্ৰিভিটেটৰ কাম কৰিও গ্ৰন্থ ৰচনাৰ কাৰণে সময় পাইছিল। আৰু সেই গ্ৰন্থ কেনে? সি ক্ষণস্থায়ী প্ৰাণ-উচ্ছ্বাস নহয়, তাক লিখিবলৈ তেওঁ গোটেই সংস্কৃত-সাহিত্য-সমুদ্ৰ মন্থনৰ দৰকাৰ পৰিছিল। কিন্তু কোনটো শ্লোকত কি সিদ্ধান্ত-সাপেক্ষ বিশেষত্ব আছে, সেইবোৰ বাছি উলিয়াবলৈ তেওঁ অবিচ্ছিন্নভাবে পঢ়িব লগাত পৰিছিল। সেইবোৰ হেন কাম কৰিবলৈ কাৰোবাক অনুৰোধ কৰিলে আমাৰ এওঁতে সময়ৰ অভাৱ বুলি আপত্তি দেখুৱায়, এনেহে অনুমান হয় যেন সময় পোৱা হলে তেওঁলোকে কিজানি গোটেই হিমালয় পৰ্ব্বতটোকে দাঙি আনি গ্ৰন্থপুৰৰ চুকত থিয় কৰালে-হিতেন। যিসকলে সময়ৰ মূল্য বুজে তেওঁলোকে সময় নাই বুলি আভাচ নেপাবে, তেওঁলোকক 'বঙ্কাৰিঙ' আৰু 'মীনা পুখুৰি' আগুৰি থাকিলেও তেওঁলোকে সেইবোৰ কাম কৰিবলৈ সময় কাঢ়িব পাৰে। বমেশ দত্ত আৰু আনন্দৰাম বৰুৱা ইয়াৰ জ্বলন্ত দৃষ্টান্ত।

আনন্দৰাম বৰুৱা ভিতৰুৱা জীৱনত কেনে আছিল তাৰ বিষয়ে সবিশেষ জানিবৰ একো উপায় নাই। তেওঁ বৰ গম্ভীৰ প্ৰকৃতিৰ মানুহ আছিল, কাৰো লগত বৰকৈ মাতবোল নকৰিছিল। তেওঁৰ নিজা পণ্ডিতসভা আছিল। পণ্ডিত-মণ্ডলীৰ লগত সাহিত্য আলোচনা কৰোঁতেই তেওঁৰ বেছি ভাগ সময় গৈছিল। এই পণ্ডিত-সভাৰ অন্যতম সভ্য পণ্ডিতপ্ৰবৰ মহামহোপাধ্যায় অন্নদাচৰণ তৰ্কচূড়ামণি আজিও জীৱিত আছে। এওঁলোকৰ প্ৰত্যেককে তেওঁ মাহে এশ ডেৰ-শ টকাৰ কমে বানচ নিদিছিল।

আনন্দৰাম বৰুৱা ঢুকাওঁতে অসমত এটি ভীষণ হাহাকাৰ শুনা গৈছিল। ভাৰতৰ অন্যান্য ঠাইতো সকলোৱে আক্ষেপ কৰিছিল এনে বহুমূলীয়া জীৱনটি অকালতে কালে হৰি নিলে। চাৰ গুৰুদাস বন্দ্যোপাধ্যায়ে তেওঁৰ প্ৰিয়তম ছাত্ৰৰ বিয়োগ বাৰ্ত্তা শুনি কান্দি পেলালে। 'ষ্টেট্‌চ্‌মেন,' 'বেঙ্গলী', 'ইণ্ডিয়ান্ মিৰাৰ' প্ৰভৃতি কাকতত

তেওঁৰ বিয়োগ বাতৰি জগতত প্ৰচাৰ কৰা হৈছিল। তাৰ পাচ বছৰত ইউনিভাৰ্চিটিৰ বছেৰেকীয়া অধিবেশনত ভাইচ্‌ চেন্সেলাৰ চাৰ (তেতিয়া ডাক্তৰ) গুৰুদাস বন্দ্যোপাধ্যায়ে তেওঁৰ বক্তৃতাত শোক প্ৰকাশ কৰে। বঙ্গৰ সুপ্ৰসিদ্ধ লেখক ঠাকুৰদাস মুখোপাধ্যায়ে 'সাহিত্য'ত বিশেষভাবে দুখ কৰি প্ৰবন্ধ লিখে, কেম্ব্ৰিজৰ অধ্যাপক বৃটিচ মিউজিয়মৰ এজন সম্পাদক আৰু বৰুৱাদেৱৰ বিশেষ বন্ধু মিঃ চেচিল বেণ্ডেলে 'ট্ৰুবনাৰ ৰিকৰ্ড' নামে কাকতত বৰুৱাদেৱৰ প্ৰতিভাৰ আলোচনা কৰি দীঘল প্ৰবন্ধ লিখে।

কিন্তু আমি অসমীয়াই কৰিছো কি? এঠাই কি দুঠাইত বৰুৱাদেৱৰ ছবি আৰিয়েই আমি সন্তুষ্ট আছো, ঠায়ে ঠায়ে হয়তো মাজে মাজে এখন দুখন স্মৃতি-সভাও পাতিছো। তাৰ বাহিৰে আমি কৰিছো কি? বৰুৱাৰ নাম চিৰস্মৰণীয় কৰি ৰাখিবলৈ তেওঁৰ নামে বৃত্তি আদি দিয়া নহয় কেলেই? আমাৰ জাতীয় শিক্ষাকেন্দ্ৰ য'ত অসমীয়াৰ ভৱিষ্যত-আকাশৰ তৰাবৃন্দ জিলিকি আছে—কটন কলেজত আনন্দৰামৰ প্ৰস্তৰ প্ৰতিমূৰ্ত্তি থোৱা নহয় কিয়? ইয়াৰ কাৰণে আমাৰ চহকী মানুহৰো অভাৱ নাই। এইবোৰে অন্ততঃ অসমীয়া মানুহৰ অন্তৰত আনন্দস্মৃতি চিৰকাল জাগৰিত কৰি ৰাখিব। হয়তো তেনে আদৰ্শৰ ৰশ্মিপাত হলে আমাৰ অনুৰ্ব্বৰ অসম-মৰুভূমিতো এপাহি-দুপাহি আনন্দ-মালতী ফুনাই ফুলিব পাৰে।

---

# পূৰ্ব্বপুৰুষ আৰু লৰাকাল

অসমীয়াৰ গৌৰৱমণি পণ্ডিতপ্ৰৱৰ চিভিলিয়ান আনন্দৰাম বৰুৱাই কামৰূপৰ উত্তৰ গুৱাহাটীৰ মজিন্দাৰ বৰুৱা বংশক উজ্জ্বল কৰি থৈ গৈছে। এই বংশৰ আদি-পুৰুষ মানিকচন্দ্ৰই চুপাম্ফা খোৱাবজাৰ দিনত বৰকাকতিৰ বাব লৈ উজনীৰ গড়গাওঁত বাস কৰিছিল। তেওঁৰ নাম পূৰ্ব্বে দুৰ্গাচৰণ বসু আছিল, তেওঁ গৌতম ঋষি গোত্ৰৰ মানুহ আছিল।

১৪১১ শকৰ আহাৰ মাহত কোচবেহাৰৰ ৰজা নৰনাৰায়ণে আমাৰ স্বৰ্গদেৱলৈ কেচুৰ ৰসেৰে লিখি এখনি চিঠি দিলে। কিন্তু পাত্ৰ-মন্ত্ৰী কোনেও সেই চিঠিৰ আখৰ মাৰিব নোৱাৰিলে, পাছত দুৰ্গাচৰণে চাকিৰ পোহৰ গুচাই আন্ধাৰত সেই চিঠি পঢ়িবলৈ ধৰিলে। কেচুৰ ৰসেৰে লিখা আখৰ আন্ধাৰত জিলিকি উঠিল। ইয়াকে দেখি স্বৰ্গদেৱ খোৱাবজাই দুৰ্গাচৰণৰ বুদ্ধিক বৰকৈ প্ৰশংসা কৰিলে, আৰু তেওঁক মজিন্দাৰ খিতাপ দিলে। আৰু কোনেও মনিব নোৱাৰা আখৰ তেওঁ বুদ্ধি বলেৰে মানিক যেন উজ্জ্বল কৰি পঢ়িব পৰাৰ গতিকে তেওঁৰ নাম মানিকচন্দ্ৰ থলে। ইয়াৰ উপৰিও ৰজাৰ ঘৰৰ পৰা তেওঁ মাটী আৰু বন্দী-বেটী পালে, আৰু আগলৈ সেই বংশৰ কোনো মানুহে ডাঙৰ অপৰাধ কৰিলেও প্ৰাণদণ্ড নেপাব এনে ভাৱৰ অনুগ্ৰহ কাকত দিলে। মানিকচন্দ্ৰৰ জীৱনত যে এই বুদ্ধিৰ পৰিচয় পালোঁ। সেই বুদ্ধি তেওঁৰ সন্ততি-সন্ততিৰ গাত পূৰ্ণমাত্ৰা জিলিকি-ছিল। মাণিকচন্দ্ৰৰ তিনিটি পুতেক, দামোদৰ বৰুৱা, মাটিখোৱা আৰু শিৱৰাম। দামোদৰৰ সন্তান দুটীয়া বৰকাকতি, তেওঁৰ সন্তান সজ্জানন্দ, সজ্জানন্দৰ সন্তান জয়ৰথ, জয়ৰথৰ সন্তান কমলমোহন,

কমললোচনৰ সন্তান বক্কৰাম মজিন্দাৰ বৰুৱা, বক্কৰামৰ সন্তান ৰঘুনাথ, ৰঘুনাথৰ সন্তান চিভিলিয়ান আনন্দৰামৰ পিতৃদেৱ গঙ্গাৰাম মজিন্দাৰ বৰুৱা।

কোচানৰ ৰজা নৰনাৰাযণে স্বৰ্গদেৱ খোৰাৰজালৈ কটকী পঠোৱা সম্বন্ধে কেবাখনো হাতে-লিখা অপ্ৰকাশিত অসমবুৰঞ্জীত আমি বিশেষ উল্লেখ পাইছোঁ। ইয়াৰ মৰ্ম্ম এই,—কোচ কটকী চাৰিজনৰ নাম আছিল উদ্ধণ্ড চাউলীয়া, শ্যামৰায় চাউলীয়া, কালকেতু চন্দাৰ আৰু ধুমা চৰ্দ্দাৰ, আৰু কটকীৰ লগত আমাৰ ৰজালৈ এইবোৰ বস্তু আহিছিল,—গাৰু এটা, কামধেনু ধেনু এখন, চেং মাছ এটা, ঘোৰা তুজনী, বৰনগৰীয়া বিচিত্ৰ পাটৰ শাৰী পাঁচখন, লাল দৈয়েৰে তিনিচুকীয়া সুন্দৰকৈ বোৱা জাকৈ এখন, সহজে মাতিব নোৱাৰা অৰ্থাৎ কেচুৰ ৰসেৰে লিখা সন্দেশ-পত্ৰ এখন। এইবোৰ বস্তুৰ প্ৰত্যেকটোৰে এটি নহয় এটি বৈচিত্ৰ্য আছিল,— গাৰুটোৰ গিলিপ মানুহৰ ভুৰৰ চালেৰে নিৰ্ম্মিত, ধেনুখনৰ আগগুৰি ধৰিব নোৱাৰি, চেং মাছটোৰ উৎপত্তিৰ ঠাই কোনেও নিৰ্ণয় কৰিব নোৱাৰিলে, তুজনী ঘোৰাৰ এজনী মাক এজনী জীয়েক। শাৰীৰ বিষয়ে বৰগোহাঁয়ে কলে,—"আমাৰ দেশত থাৰ্চ্ছাই মাইকীবোৰেহে শাৰী পিন্ধে, কটকী হৈ তিকতাৰ সাজ লৈ আনিবলৈ লাজ নালাগিলনে ?" জাকৈখন পাউনি পানীত হে বাব পাৰি, আথাউনি পানীত নোৱাৰি। ১৪৭৮ শকৰ আষাৰৰ ১০ তাৰিখে কটকীক সিয়া মেখেলা আৰু শাৰী, আৰু অন্যান্য বস্তু বঁটা দি আমাৰ স্বৰ্গদেৱে বিদায় দিলে। সন্দেশ পত্ৰখন মাতিব পৰা কাৰণে অসমৰ বৰকাকতচোৱা কাইথ জনক মাণিক নাম দি বঁটা-প্ৰসাদ দিয়া হল। বুৰঞ্জীত আছে,—"এই ভূলতা নিৰ্ম্মিত পত্ৰখান বৰকাকতচোৱা দুৰ্গাচৰণে ৰাত্ৰি আৰিয়া শুচাই মাতিলে, দিবসত নেদেখি। পাচে মহাৰাজে বৰকাকতচোৱাক মাণিক নাম দি বোলে,—"ৰাতিয়ে যে জলিল ইয়াৰ নাম মাণিক থাকক।" নাম দি

টিংমানুহ বটা-প্ৰসাদ দিলে, আৰু বোলে,—আৰ বংশক দায় পালেও বিৰ কাটিব নেপায়। পাছতহে মজুমদাৰ নাম প্ৰসিদ্ধ হল।"

এই মাণিকচন্দ্ৰৰ বংশধৰ গৰ্গৰাম বৰুৱা অসম ৰজাৰ শেষ মজিন্দাৰ হৈ আছিল। বংশত উপযুক্ত মানুহ নথকাত সৰু বয়সতে গৰ্গৰামে জিন্দাৰ বৰুৱাৰ বাব লয়। মানৰ আক্ৰমণৰ সময়ত মানহঁতে গৰ্গৰামক ৰি লৈ যায়, কিন্তু বুদ্ধিমন্ত গৰ্গৰামে মানৰ হাতৰ পৰা পলাই সাৰে. নেও তেওঁক বৰুৱা খিতাপ দিয়ে। লৰাকালতে বৰুৱাৰ বাব পোৱাৰ তহে গৰ্গৰাম 'পোৱালী বৰুৱা' বুলি জনাজাত হৈছিল।

গৰ্গৰাম বৰুৱাই খটিচৰ আমোলত সদৰ-আমিনৰ কাম কৰিছিল। েই সময়ৰ সদৰ-আমিনৰ বাব আজি কালিৰ মুন্সিফ কামৰ নিচিনা আছিল। অসমত ইংৰাজৰ আমোলৰ আদিছোৱাত সম্ভ্ৰান্ত বংশৰ মানুহ টি বাচি তেওঁলোকক ৰজাবিষয়া ডাঙৰ ডাঙৰ বিষয় দিয়া হৈছিল। ংৰাজী শিক্ষাৰ সিমান বিস্তাৰ হোৱা নাছিল। ওখ পদ পাবলৈ হলে মান ইংৰাজী শিক্ষাৰ আৱশ্যকো নাছিল। সহজ বুদ্ধি আৰু অভিজ্ঞতাই তেওঁলোকক যথেষ্ট সহায় কৰিছিল। মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনেহে পোন প্ৰথমতে অসমলৈ পশ্চিমীয়া শিক্ষাৰ পোহৰ আনে।

গৰ্গৰাম বৰুৱা প্ৰাচীন ধৰণৰ মানুহ আছিল। দেশৰ আচাৰ-নীতি ল-চলনত তেওঁৰ বৰ আস্থা আছিল। তেওঁ সংস্কৃতত সুপণ্ডিত আছিল।

সদৰামিন ডাঙৰীয়াই দুগৰাকী ভাৰ্য্যা বিবাহ কৰাৰ। প্ৰথম গৰাকী নীয়া দুৰ্গেশ্বৰী বৰুৱানী স্বৰ্গীয় বলাইৰাম বৰুৱা মৌজাদাৰৰ জীয়াৰী আছিল। বলাইৰাম ডুবৰা বংশৰ মানুহ, আৰু তেওঁৰ আদি ঘৰ উজনা-ত আছিল। বলাইৰামৰ পুতেক ভবাম বৰুৱা, ভবাম বৰুৱাৰ পুতেক ত সোনাৰাম বৰুৱা এতিয়াও জীৱিত আছে। নলবাৰী মহকুমাৰ পতি হৈ থাকোঁতে গৰ্গৰাম বৰুৱা ডাঙৰীয়াই বজালীত পূৰ্ণিমা নামে ৰাকী কন্যাক বিবাহ কৰায়। এই কন্যা কড়ালৰ বংশৰ আছিল।

কচাৰীৰ আদি ঘৰ নগাঁৱত। তাৰে এটা ঠাল মানৰ দিনত ভাগি গৈ বজালীত বসতি কৰিছিল। পূর্ণিমাৰ বিয়াৰ সময়ত দুর্লভেশ্বৰী উত্তৰ গুৱাহাটীত আছিল।

গর্গৰাম বৰুৱাৰ ঔৰসে দুর্লভেশ্বৰী বৰুৱানীৰ গর্ভত ১৭৭২ শকৰ জেঠ মাহ, ইংৰাজী ১৮৫০ খৃষ্টাব্দৰ মে মাহত উত্তৰ গুৱাহাটী ৰজাদুৱাৰত আনন্দৰাম বৰুৱাৰ জন্ম হয়। দুর্লভেশ্বৰী বৰুৱানীৰ ফালৰ চাৰিটি সন্তান,—পৰশুৰাম, জানকীৰাম, আনন্দৰাম আৰু মণিৰাম, সদৰামিন ডাঙৰীয়াৰ দ্বিতীয়া ভাৰ্যা পূর্ণিমাৰ ফালৰ আত্মাৰাম, অমৃতৰাম, কেশৱৰাম। এওঁৰ আৰু এটি সন্তান ছমাহ বয়সতে ঢুকায়।

আনন্দৰামে যিঠাইত জন্মগ্ৰহণ কৰি তাক উজ্জ্বল কৰি গৈছে ঐতিহাসিক হিচাবে তাৰ নিচিনা ঠাই অসমত অতি বিৰল। এই উত্তৰ গুৱাহাটীৰ একোণত এটি গিৰি-শৃঙ্গত ভাৰত-প্ৰসিদ্ধ তীৰ্থ অশ্বক্ৰান্ত মন্দিৰ, আন একোণত মহানদ ব্ৰহ্মপুত্ৰৰ সুমহান দৃশ্য সম্মুখত লৈ মণিকর্ণিকেশ্বৰ দেৱালয় বিৰাজমান। ঠায়ে ঠায়ে শিলৰ গাত যোগনিদ্ৰা নিমগ্ন অনন্ত ব্ৰহ্মা, আৰু ব্ৰহ্মাণ্ডৰ সংহাৰিকা শক্তিৰ অৱতাৰিণী নৃত্যকালীৰ মূৰ্ত্তি। কিছুদূৰ আঁতৰত এখনি গাৰত মহাপৰাক্ৰমী বখ্তিয়াৰ খিলিজিয়ে নিৰ্ম্মাণ কৰা শিলৰ সাঁকো এতিয়াও আছে। আনন্দৰামৰ জন্মঠাই উত্তৰ গুৱাহাটীৰ এমূৰত থকা ৰজাদুৱাৰ অসমৰ প্ৰাচীন কীৰ্ত্তি কাহিনীৰে ভৰপূৰ। ওচৰত কামৰূপ আৰু কমতাৰাজ্যৰ সীমা নিৰ্দ্ধাৰিণী বৰনদী। ৰজাদুৱাৰৰ কাষৰতে সুপ্ৰসিদ্ধ ফুলুঙৰ গড়। এই ঠাইতে অসম আৰু মুছলমানৰ কেবাবাৰো যুদ্ধ লাগে, কিন্তু এবাৰো অসমীয়াৰ বলবীৰ্য্য পৰাস্ত কৰি গড় পাৰ হৈ শত্ৰুসেনা নগৰ সোমাব পৰা নাছিল। এই গড়ৰ মূৰতে সুপ্ৰসিদ্ধ কানাইবৰশী শিল, তাৰ গাত লিখা আছে—দিল্লীৰ সম্ৰাট্ আওৰংজেবৰ সেনানায়ক চৈয়দ ফিৰোজক বধি নামজ্বলা অসমীয়া সেনাপতিসকলে এই গড় নিৰ্ম্মিলে। কানাইবৰশী শিলৰ

অলপ নামনীত গঁড়ৰ গাত থকা এটা শিলত লিখা আছে—১১২৭ শকত কামৰূপলৈ আহি তুৰুক সেনা অৰ্থাৎ যৱনসকল ক্ষয়প্ৰাপ্ত হয়। এই বৰ্জ্জাতুৰাৰৰ কাষতে আজি প্ৰায় ডুশ বছৰৰ আগেয়ে মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে বঙ্গদেশ আক্ৰমণ কৰি হিন্দুৰ পবিত্ৰ গঙ্গা নিজ দেশৰ মাজত বোৱাবৰ মনেৰে বিস্তৰ সৈন্যসামন্ত টোপ-তিলৈ লৈ কিছুদিন বাস কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ সেই ঠাইতে মৃত্যু হল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদামৰ ওপৰত নিৰ্ম্মিত ৰুদ্ৰেশ্বৰ গাঁৱৰ ৰুদ্ৰেশ্বৰ দেৱালয়ে এতিয়াও তাৰ চিনাকী দিছে। বৰ্জ্জাতুৰাৰত ব্ৰহ্মপুত্ৰৰ দাঁতিৰ এটি পাহাৰৰ টিলাত বৰ্ত্তমান চৰকাৰী ইন্‌স্পেক্‌চন বঙ্গলা সজা হৈছে। সেই ঠাইৰ পৰা নৈখনৰ আৰু অন্যান্য ঠাইৰ এটি ভাল দৃশ্য দেখা পোৱা যায়। সেই ঠাইত আগৰ দিনত কুমাৰহৰণৰ কবি শ্ৰীচন্দ্ৰ ভাৰতীৰ নামে এটি মণ্ডপ নিৰ্ম্মিত হৈছিল। তাৰ তলত বহি জাবকালি প্ৰজাবৃন্দই বহি লৈছিলহি, আৰু সংকালি ব্ৰহ্মপুত্ৰৰ শীতল বায়ুৰ দ্বাৰা নিজৰ শৰীৰ শাঁত কৰিছিল। দুখৰি শিলত অতি সুন্দৰকৈ লিখা এফাঁকি সংস্কৃত শ্লোকে এই কথাষাৰ প্ৰমাণ কৰিছে।

উত্তৰ গুৱাহাটী পৰিদৰ্শন কৰিলে অসমীয়া মাত্ৰেৰে মন অতীতৰ গৌৰৱ-স্মৃতিৰে আপ্লুত নহৈ নোৱাৰে। আনন্দৰামৰ সৌভাগ্য তেওঁ এই বৰ্জ্জাতুৰাৰত জন্মগ্ৰহণ কৰিছিল। তাতোকৈ সৌভাগ্যৰ কথা এই যে যি বৰ্জ্জাতুৰাৰত ইমান অসমীয়াই বলবীৰ্য্যৰ চানেকী দেখুৱাই গৈছে সেই বৰ্জ্জাতুৰাৰতে জন্মগ্ৰহণ কৰি আৰু এজন অসমীয়াই জগতত অক্ষয় কীৰ্ত্তি থাপি যাব পাৰিলে।

গৰ্গৰাম সদৰামিন ডাঙৰীয়াই যত্ন কৰি সকৰে পৰা তেওঁৰ সন্তান সকলক এজন সংস্কৃত অধ্যাপক ধৰি সংস্কৃত শিকাইছিল। এই পণ্ডিতজন উপৰবৰভাগ মৌজাৰ মৰোৱা গাঁৱৰ মানুহ আছিল, নাম ভৱগোবিন্দ শৰ্ম্মা। এওঁ সদৰামিনৰ ঘৰত থাকি পূজাপাতল কৰি নীতিনিয়ম পালিছিল।

আনন্দৰামে সৰুকালত তাকে দেখি মাটিৰ প্ৰতিমা সাজি ফুলতুলসী দুৰ্ব্বাৰে সেই মূৰ্ত্তিক সমনীয়া লৰাৰ লগত পূজা কৰিছিল। একেবাৰে বাল্যাৱস্থাত এই ধেমালিতহে আনন্দৰামৰ বেচি ৰাপ আছিল। হৰগোবিন্দৰ পাচত কালীকান্ত শৰ্ম্মা নামে এজনা অধ্যাপকে আনন্দৰামক ব্যাকৰণ শিক্ষা দিছিল।

আনন্দৰাম বৰুৱা সাত-আঠ বছৰ বয়সতে মাতৃহীন হয়। একেবাৰে লৰা কালত বৰুৱাদেৱে উত্তৰ গুৱাহাটীৰ গাৱঁলীয়া পঢ়াশালিত শিক্ষা লাভ কৰিছিল। তাৰ পাচত যেতিয়া অলপ ডাঙৰ হ'ল তেওঁৰ মৰমৰ ককাই-দেৱাক পৰশুৰাম বৰুৱাই ভায়েকইঁতৰ শিক্ষাৰ ভাৰ লৈ নিজৰ লগতে ৰাখিছিল। পৰশুৰামৰ ঘৰ আছিল গুৱাহাটীৰ উজান বজাৰত। কটন কলেজৰ ছাত্ৰাবাসৰ ওচৰত থকা খ্যাতনামা উকীল ললিতমোহন লাহিৰীৰ বাৰীখনতেই পৰশুৰামৰ ঘৰ আছিল বুলি মানুহে কয়। তেওঁ পোনতে গুৱাহাটীৰ ডিষ্টিলৰীত, পাচত ভাহাজ কোম্পানীত এজেন্টৰ কাম কৰিছিল। তেওঁৰ ঘৰতে থাকি আনন্দৰামে সৰুকালত গুৱাহাটীৰ স্কুলত পঢ়িছিল। এই পৰশুৰাম বৰুৱাই ভূটান যুদ্ধত বৃটিচ গবৰ্ণমেণ্টক সহায় কৰিছিল।

১৮৬১ আৰু ১৮৬২ চনত গৰ্গৰাম বৰুৱা সদৰামিন হৈ গুৱালপাৰাত বাস কৰে। গুৱালপাৰা তেতিয়া সেই জিলাৰ সদৰ ঠাই আছিল। আৰু তাত থকা হাইস্কুলৰ হেডমাষ্টাৰ আছিল স্বৰ্গীয় সিন্ধুৰাম দাস। গুৱালপাৰাৰ দেশহিতৈষী মুক্তিয়াৰ শ্ৰীযুত হৰিপ্ৰসাদ নাথ ডাঙৰীয়া তেতিয়া সেই গুৱালপাৰা হাইস্কুলৰ ছাত্ৰ আছিল। গুৱালপাৰাত থাকোঁতে আনন্দৰাম বৰুৱা পঢ়াশুনাত এজন বৰ মনোযোগী ছাত্ৰ আছিল। পঢ়াশুনাৰ বাদে তেওঁ আন কথালৈ মন-কাণ নিদিছিল। তেওঁ বৰ নিৰ্জ্জনতাপ্ৰিয় আছিল। সেই কাৰণে আনকৰা ছাত্ৰৰ লগত মিলি হাইকাজিয়া কৰি ফুৰিবলৈ তেওঁ ভাল নাপাইছিল। ১৮৬৩ চনত

সেইডাকে চাকৰি এৰি পেঞ্চন লোৱাত আনন্দৰাম বৰুৱাই পুনৰ আহি গুৱাহাটী পালেহি, আৰু ককায়েক পৰশুৰাম বৰুৱাৰ লগতে থাকি তেওঁৰ তত্ত্বাৱধানত হাইস্কুলত পঢ়িবলৈ ধৰিলে।

পৰশুৰাম বৰুৱা এজন বৰ উদাৰ চৰিত্ৰৰ মানুহ আছিল, আৰু সেই সময়ৰ নিষ্ঠাবান হিন্দুসমাজৰ নৈষ্ঠিকতাৰ ইমান বশ নাছিল। এওঁ সুৰাপান কৰিছিল। পৰশুৰামৰ লগৰীয়া বন্ধু আছিল অসমীয়া সাহিত্যৰ স্ৰষ্টা হেমচন্দ্ৰ বৰুৱা, মুন্সিফ লক্ষ্মীলাল বৰুৱা, স্বৰ্গীয় ভুলালচন্দ্ৰ চৌধুৰী আৰু স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী। আমি শেষৰ জন ডাঙৰীয়াৰ মুখৰ পৰা শুনিছোঁ যে এওঁলোকৰ প্ৰতাপ গুৱাহাটীত বৰ বেছি আছিল, আৰু সকলোৱে এওঁলোকক মানি ভয় কৰি চলিছিল। এওঁলোকৰ প্ৰত্যেকৰে গাত মহত্বৰ লক্ষণ আছিল, নিজৰ কামৰ দ্বাৰাই হওক বা উত্তৰপুৰুষৰ সন্তান-সন্ততিৰ দ্বাৰাই হওক, এওঁলোকৰ প্ৰত্যেক জনে দেশত নাম ৰাখি যাব পাৰিছে।

পৰশুৰামৰ সংসৰ্গত আনন্দৰামৰ এটি অভ্যাস জন্মে। পৰশুৰাম বৰুৱাই নিজে সুৰাপান কৰিছিল আৰু ভাবিছিল সুৰাপান ডাঙৰ দোষৰ ভিতৰত গণ্য নহয়। সেইদেখি কেতিয়াবা নিজে বোটলৰ পৰা ঢালি "আনন্দি, খোঁ" বুলি আনন্দৰামক মদ খুৱাইছিল। লৰালিত যে সুৰাপানৰ অভ্যাস হল সেই অভ্যাস আনন্দৰামৰ মৃত্যুৰ কাললৈকে আছিল বুলি মানুহৰ বিশ্বাস।

কিন্তু ই কু-অভ্যাসত আনন্দৰামৰ একাগ্ৰতাৰ লোপ নাপাইছিল। সেইডাকে সংস্কৃত পণ্ডিত ধৰি তেওঁক সৰুৰে পৰা সংস্কৃত পঢ়োৱাৰ কথা আমি কৈছোঁ। স্কুলত থাকোঁতেই তেওঁ অমৰকোষখন মুখস্থ কৰি পেলাইছিল, আৰু সংস্কৃত সাহিত্য, অলঙ্কাৰ আৰু ব্যাকৰণত ভাল ৰকমে ব্যুৎপত্তি লাভ কৰিছিল। আৰু সংস্কৃত পঢ়াত তেওঁৰ ইমান ধাউতি আছিল যে তেওঁ মুখে মুখে সদাই সংস্কৃত শ্লোককে আওৰাই থাকিছিল।

কোনোবাই কিবা কলে তেওঁ তাক পোনতে নুশুনিছিল। ককাইদেৱাক পৰশুৰামে মাজে মাজে সক ভায়েকৰ হঁতুৱাই ঘৰুৱা কাম আদি কৰাইছিল। কেতিয়াবা 'আনন্দ, ধপাত লগা' বুলি কলে ধ্যান-নিবিষ্ট আনন্দৰামৰ তালৈ কাণকে নগৈছিল, দবাৰ তিনিবাৰৰ মূৰতহে তেওঁ তালৈ কাণ দিছিল। উত্তৰ গুৱাহাটীৰ নামঘৰত মাজে মাজে যি ভাবনা হৈছিল তাত সম্ভৱংশৰ লৰাসকলেও যোগ দিছিল; আনন্দৰামেও সককালত তাৰ ভাবনাত মাজে মাজে ভাও লব লগাত পৰিছিল। এইবোৰৰ মাজত পৰিও তেওঁৰ একনিষ্ঠ ধাউতিৰ কেতিয়াও লোপ নাপাইছিল। একাগ্ৰতাৰ বলত তেওঁ জগতত নাম ৰাখি থৈ যাব পাৰিছে। তেওঁ যেতিয়া চিভিলিয়ান হৈ দেশলৈ উভতি আহে মানুহে আচৰিত মানিছিল যে পৰশুৰামৰ ভায়েকে এনে এটি কাম সমাধা কৰিব পাৰিলে।

আনন্দৰামৰ দ্বিতীয় ককাইদেৱাক জানকীৰাম গুৱাহাটী হাইস্কুলৰ দ্বিতীয় শিক্ষক আছিল। তেওঁৰ পাণ্ডিত্যৰ বিষয়ে আনন্দৰামে নিজে সংস্কৃত শ্লোকেৰে লিপিবদ্ধ কৰি থৈ গৈছে। জানকীৰামে এখনি অসম বুৰঞ্জী ইংৰাজী ভাষাৰে লিখা আৰম্ভ কৰিছিল, কিন্তু তাক তেওঁ শেষ কৰি যাব নোৱাৰিলে। ১৮৬০ চনত জানকীৰাম আৰু আনন্দৰামৰ বৰ উংকট জ্বৰ হয়। সেই জ্বৰত আনন্দৰামৰ ভাল হয়গৈ, কিন্তু ককাই-দেৱাক জানকীৰাম বৰুৱা সাম্নিক চৰি ১৯১৭ সংবত বা ১৮৬০ চনত ইহলোক পৰিত্যাগ কৰে। জানকীৰামক দেউতাকে বৰ ভাল পাইছিল, জানকীৰাম ঘৰ চলোৱাত বৰ পৈণত আছিল, আৰু সংসাৰী কথাত বাপেকৰ সোঁহাত আছিল। প্ৰথম পুত্ৰ পৰশুৰামে বাপেকৰ পৰা ইমান মৰম নেপাইছিল।

আনন্দৰাম বৰুৱা স্কুলত পঢ়া কালত গুৱাহাটীত এজন প্ৰজাপ্ৰিয় বৃটিছ বিষয়া বাস কৰিছিল, অসমৰ কমিচনাৰ মেজৰ-জেনেৰেল জেনকিচ্‌

জেনকিন্স্ চাহাব। ১৮৬১ চনত কামৰ পৰা অৱসৰ লৈ এওঁ গুৱাহাটীতে বাস কৰিবলৈ ধৰে, আৰু ইয়াতে ১৮৬৭ চনত তেওঁৰ মৃত্যু হয়। এওঁৰ বাৰীখন আম-কঠাল, বগৰী, লেটেকু পনিয়াল আদি ফলৰ গছেৰে পৰিপূৰ্ণ আছিল। কৰ্ণেল জালন্নুৰ আলি আহমদৰ মুখে আমি শুনিছোঁ যে আনন্দৰামকে আদি কৰি স্কুলীয়া লৰাবিলাকে জেন্‌কিন্স্ চাহাবৰ বাৰীত সোমাই ফল আনি পাৰি খাইছিল। লৰাবিলাক বাৰীত সোমালে, চাহাবৰ আজ্ঞা অনুসৰি, তেওঁৰ পহৰীয়া বৰকান্দাজ নিত্যানন্দ আৰু হনুমানসিংহে হকা-বধা নকৰিছিল। জেন্‌কিন্স্ চাহাবে টকা-পইচা কিতাপ-কাগজ দিও স্কুলীয়া ছাত্ৰক সহায় কৰিছিল।

গুৱাহাটীৰ তদানীন্তন সমাজত ভাল আদৰ্শৰ অভাৱৰ দোষতে হওঁক বা আন কাৰণতেই হওঁক আনন্দৰামে সৰুকালত বিশেষ প্ৰতিভাৰ চিন নেদেখুৱাইছিল। বিশ্ববিদ্যালয়ত ওখ ঠাই অধিকাৰ কৰিলে যে বিশেষ সন্মান পোৱা যায় সেই সন্মানৰ আদৰ্শ অসমত তেতিয়ালৈকে ওপজা নাছিল। আনন্দৰামৰ আগতো তেনে আদৰ্শ কোনেও স্থাপন কৰা নাছিল। গুৱাহাটী স্কুলৰ হেড্‌মাষ্টাৰ আছিল জন্মেজয় দাস আৰু দ্বিতীয় শিক্ষক তাৰিণীপ্ৰসাদ ৰায়। জন্মেজয় দাসৰ শিক্ষাপ্ৰণালী অতি ওখ ধৰণৰ আছিল। সেই সময়ত তেওঁৰ ছাত্ৰ আছিল আনন্দৰাম বৰুৱা, ফটিকচন্দ্ৰ বৰুৱা, মানিকচন্দ্ৰ বৰুৱা, জালন্নুৰ আলি আহমদ, বদীনাৰায়ণ বৰা, শিৱৰাম বৰা, মাধৱচন্দ্ৰ বৰদলৈ, ৰাধাচন্দ্ৰ নেজৰৰুৱা আৰু জ্বেথাৰত আলি প্ৰভৃতি। বিলাতলৈ যোৱাৰ হেপাহৰ আদি বীজ এয়েই পোনতে ছাত্ৰবৃন্দৰ মাজত সিঁচে। এওঁক অসমৰ ভূদেৱ মুখাৰ্জি বুলি কলেও সৰহ কোৱা নহয়।

বৰুৱাদেৱে সৌভাগ্যৰ মূৰত আৰু এজন আদৰ্শ শিক্ষক পাইছিল,— স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী। যোৱা আঠৈকুৰি বা তিনিকুৰি বছৰ ধৰি অসমত যি সকলে অলপ নহয় অলপ চিন ৰাখি যাব পাৰিছে তেওঁলোক

সকলোৱেই গোস্বামী ডাঙৰীয়াৰ ছাত্ৰ। পুৰণি দলৰ ভিতৰত ৰায় বাহাদুৰ জগন্নাথ বৰুৱা, কালীৰাম বৰুৱা, কালীৰাম চৌধুৰী, মানিকচন্দ্ৰ বৰুৱা আৰু ফটিকচন্দ্ৰ বৰুৱাই গোস্বামী ডাঙৰীয়াক শিক্ষকৰূপে পাইছিল। পোনতে এওঁ এজন স্কুলৰ ডেপুটী ইন্‌চ্‌পেক্টৰ আছিল। সেই সময়ত স্কুলৰ মাষ্টাৰ আৰু স্কুলৰ ইন্‌চ্‌পেক্টৰৰ কৰ্ত্তব্যৰ ভিতৰত ইমান বন্ধা-ছটা নিয়ম নাছিল। আমি গোস্বামী ডাঙৰীয়াৰ মুখে শুনিছোঁ আনন্দৰাম বৰুৱা আৰু তেওঁৰ সহপাঠীসকলে তেওঁৰ ওচৰত আহি এদিন আপত্তি কৰিলেহি যে তেওঁলোকৰ ইংৰাজী শিক্ষা ইমান সুবিধা-জনক হোৱা নাই, আৰু ইংৰাজী পঢ়োৱাৰ ভাৰ লবলৈ গোস্বামী ডাঙৰীয়াক অনুৰোধ কৰিলে। গোস্বামী ডাঙৰীয়াই ডেপুটী ইন্‌চ্‌পেক্টৰ কামৰ উপৰিও ওপৰঞ্চি শিক্ষক হৈ আনন্দৰাম আৰু তেওঁৰ সহপাঠী-সকলক ইংৰাজী পঢ়াইছিল। তেওঁৰ পিতৃদেৱ ৰাধামোহন গোস্বামী ১৮৩৮ খৃষ্টাব্দত অসমলৈ আহে। সদৰামিন গৰ্গৰাম বৰুৱাৰ লগত তেওঁ হৰিহৰ-আত্মা আছিল, সেইদৰে পৰশুৰাম আৰু চন্দ্ৰমোহন গোস্বামী ডাঙৰীয়াও সহৃদয় বন্ধু আছিল, ইপোনে তেওঁৰ সৰুভায়েক যাদবচন্দ্ৰ গোস্বামী আনন্দৰামৰ সহপাঠী আছিল। এইবোৰ কাৰণত গোস্বামীদেৱে আনন্দৰামক বিশেষ যত্নেৰে পঢ়াইছিল। আনন্দৰামে ইংৰাজী ভাল জানিছিল, কিন্তু সেই বিষয়ত তেওঁৰ অসাধাৰণ ব্যুৎপত্তিৰ চিন স্কুলীয়া কালত দেখুৱা নাছিল। তেওঁ সৰুৰে পৰা সংস্কৃত আৰু গণিতহে ভাল পাইছিল, আৰু তাত তেওঁৰ বিশেষ অধিকাৰো আছিল।

কিন্তু ইহে আচৰিত, আগলৈ ইমান মহত্বৰ বীজ গাত লৈ বৰুৱাদেৱে ১৮৬৪ চনৰ ডিচেম্বৰ মাহত দ্বিতীয় বিভাগতহে এণ্ট্ৰেন্স পৰীক্ষা পাচ কৰিলে। স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী ডাঙৰীয়াই কৈছিল আনন্দৰামৰ বোলে স্বাভাবিক প্ৰতিভা নাছিল, তেওঁৰ আছিল পৰিশ্ৰম কৰিব পৰা শক্তি। স্বাভাবিক শক্তিৰ আগত অকল মাথোন পৰিশ্ৰমৰ সদায় পৰাজয়,

সেইদেখি বৰুৱাদেৱৰ নিচিনা মানুহেও দ্বিতীয় বিভাগতহে ঠাই পালে।

মিঃ বৰুৱাৰ সমসাময়িক 'জ্ঞানমুকুৰ' ৰচয়িতা স্বৰ্গীয় চন্দ্ৰশেখৰ বৰুৱা ডাঙৰীয়াই কৈছিল প্ৰবেশিকা পৰীক্ষা দিয়া কালত আনন্দৰামৰ গাত জ্বৰ আছিল। তেওঁ জ্বৰৰ গাৰেই অগত্যা পৰীক্ষা দিছিল। তেওঁ পৰীক্ষাৰ কিদিন আন একো নাখাইছিল, মাথোন সুমথিৰা টেঙাহে শাৰেমানে খাইছিল। পৰীক্ষাত যে ভাল ফল কৰি যশস্বী হ'বই লাগে এই আদর্শ শিৰোধাৰ্য্য কৰি তেওঁ প্ৰাণ টাকি পৰিশ্ৰম কৰা নাছিল। কিন্তু সেই কালৰ অসমৰ শিক্ষাৰ অৱস্থালৈ চাই ইয়াকে যথেষ্ট বুলি ধৰিব লাগে। এণ্ট্ৰেন্স পাচ কৰি কলিকতাৰ কলেজত পঢ়াৰ দিন ধৰিহে আনন্দৰামৰ প্ৰতিভাৰ ক্ৰমশঃ বিকাশ হ'বলৈ ধৰিলে বুলি কব পাৰি।

আনন্দৰাম বৰুৱাই উত্তৰ গুৱাহাটীৰ নিচিনা কীৰ্ত্তিপূৰ্ণ ঠাইত জন্মগ্ৰহণ কৰি তাৰ অতীত ইতিবৃত্ত আৰু বাসীন্দাসকলৰ আদিগুৰিৰ বিষয়ে জানিবলৈ স্বাভাৱিকতে বৰ উৎকণ্ঠিত হৈছিল। আমি বজালীবাৰৰ বাসীন্দাৰ আৰু মিঃ বৰুৱাৰ লৰাকালৰ বন্ধু শ্ৰীযুত ভীমৰাম বৰুৱাৰ মুখে শুনিছোঁ যে ১৮৬৪ চনৰ ডিচেম্বৰ মাহত এণ্ট্ৰেন্স পৰীক্ষা দি ঘৰত বহি থকা কালত উত্তৰ গুৱাহাটীৰ পুৰণা তথ্য-সংগ্ৰহ কৰাত আনন্দৰাম ব্যস্ত আছিল। তাৰ অৰ্থে তেওঁ গোনতে উত্তৰ গুৱাহাটীৰ সম্ভ্ৰান্ত পৰিয়ালবৰ্গৰ নাম, আৰু তেওঁলোকৰ পূৰ্ব্বপুৰুষসকলৰ বংশৰ আদিগুৰি লিখিবলৈ আৰম্ভ কৰিছিল। পাচলৈ এই তথ্য সংগ্ৰহ কি হ'ল, আৰু মিঃ বৰুৱাই বা হাতত লোৱা কামটো কিয় ত্যাগ কৰিলে তাৰ বিষয়ে কোনেও একো কব নোৱাৰে।

# কলিকতাৰ কলেজত

গুৱাহাটী স্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰবেশিকা পৰীক্ষাত উঠি গৱৰ্ণমেণ্টৰ পৰা বৃত্তি লৈ ১৮৬৫ চনৰ আৰম্ভতে আনন্দৰামে কলিকতাৰ সৰ্ব্বপ্ৰধান শিক্ষালয় প্ৰেচিডেন্সী কলেজত নাম লগায়। গৱৰ্ণমেণ্টে গুৱাহাটীত তাৰ দুবছৰৰ পিছতহে কলেজ খুলিছিল। কলিকতালৈ যোৱাৰ পূৰ্ব্বে আনন্দৰামে জগতৰ সভ্যতাৰ আৰু জগতৰ নানান সম্ভাৱনাৰ একো আভাস পোৱা নাছিল। পূব আৰু পছিমৰ জ্ঞানজ্যোতিৰে দিপ্ দিপ্ কলিকতালৈ গৈহে তেওঁ জগতৰ সকলো কাণ্ড-কাৰখানাৰ গম পাবলৈ ধৰিলে। তাৰ লগে লগে তেওঁৰ স্বাভাৱিক প্ৰতিভা আৰু বুদ্ধিবৃত্তিয়ে নিজৰ উপযোগী কৰ্ম্মক্ষেত্ৰ বাচি লবলৈ সুবিধা পালে।

যিসকল পণ্ডিত আৰু গ্ৰন্থকাৰে মানুহৰ জীৱনচৰিতৰ তথ্য নিয়াৰিকৈ আলোচনা কৰিছে তেওঁলোকে কয় যে মানুহে যেনে সমাজত ফুৰে, যেনে মানুহৰ লগত ঘনিষ্ঠতা ৰাখে, গ্ৰন্থাদি পঢ়ি যেনে আৰ্হিৰে সৈতে মানসিক সংযোগত থাকে তেনে আৰ্হিয়ে মানুহজনৰ মনত প্ৰবলভাৱে নিজৰ শক্তি বিস্তাৰ কৰে, আৰু তেৰো সেই আদৰ্শৰ তলতীয়া হৈ জীৱনৰ গতি নিৰূপণ কৰে। অলপতে মাথোন বৃটিচ সভ্যতাৰ পোহৰলৈ অহা শিক্ষা বিষয়ত পিচপৰি থকা অসমৰ বুকুৰ পৰা আহি কলিকতা পাই আনন্দৰামৰ তেনে অৱস্থা হ'ল।

কলিকতাৰ প্ৰেচিডেন্সী কলেজত সোমাই আনন্দৰামে যিসকলৰ সংসৰ্গত আহে তেওঁলোক বৰ্ত্তমান বঙ্গৰ প্ৰতিষ্ঠাতা বুলিলেও বেচি কোৱা নহয়। তেওঁলোক প্ৰত্যেকেই উদ্যোগ উৎসাহ আৰু প্ৰতিভাৰ শিৰোমণি। এওঁলোকৰ প্ৰত্যেকৰ গাতে মহত্ব লুকাই আছিল।

তেওঁলোকৰ শিক্ষকসকলৰ মাজত আছিল স্বৰ্গীয় গুৰুদাস বন্দো-পাধ্যায় এম, এ (পাচলৈ চাৰ) আৰু স্বৰ্গীয় পণ্ডিত মহেশচন্দ্ৰ ন্যায়ৰত্ন (পাচলৈ মহামহোপাধ্যায়)। গুৰুদাস বন্দোপাধ্যায়ে ডাঙৰীয়াই মাথোন জয়-জয়তে বিশ্ববিদ্যালয়ৰ ধাৰ-নিছিগা উজ্জল জীৱনা সমাপন কৰি প্ৰেচিডেন্সী কলেজৰ গণিতৰ অধ্যাপক কামত নিযুক্ত হয়। এনে এটি উজ্জল ভবিষ্যত আগত লৈ জীৱনক্ষেত্ৰত সোমোৱা তৰুণ অধ্যাপক শ্ৰীযুত গুৰুদাস বন্দোপাধ্যায়ক তেতিয়া প্ৰতিভাৰ অৱতাৰ বুলি মানুহে ধাৰণা কৰিছিল। পূজ্যপাদ গুৰুদাসৰ চৰণত বিদ্যাৰ্থী হৈ আনন্দৰামৰ জীৱন বাস্তবিকে ধন্য হৈছিল। আনন্দৰাম যে আগলৈ গণিতত ইমান নাম কৰিব পাৰিছিল ইয়াৰ মূলতঃ পণ্ডিতপ্ৰবৰ গুৰুদাসৰ বিচক্ষণ শিক্ষা প্ৰণালী আৰু নিজৰ গাত থকা বৈদ্যুতিক মোহিনী শক্তি। মহেশচন্দ্ৰ ন্যায়ৰত্নই সেই সময়ত বঙ্গৰ পণ্ডিতসমাজত প্ৰাতঃস্মৰণীয় ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ লগতে একেলগে আসন পাই আছিল। তেওঁৰ সাহিত্য-সেৱাই ইউৰোপৰ শিক্ষা-কেন্দ্ৰবোৰৰ পৰাও বিশেষভাবে পূজা পাই আছে। সংস্কৃত সাহিত্যত এনে অগাধ পণ্ডিত অধ্যাপক পাই আনন্দৰাম আৰু তেওঁৰ সমনীয়া সহপাঠীসকলৰ দেৱভাষা সংস্কৃতৰ ফালে আসক্তি জন্মিব একেবাৰে স্বাভাবিক।

আনন্দৰামৰ সমনীয়া বন্ধুসকলৰ ভিতৰত সৰ্ব্বভাৰতীয় নেতা বাগ্মিপ্ৰবৰ সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় প্ৰধান। তেওঁ আনন্দৰামতকৈ এবছৰ আগ আছিল। স্বৰ্গীয় চিভিলিয়ান ৰমেশচন্দ্ৰ দত্ত আনন্দৰামৰ লগত একে শ্ৰেণীতে পঢ়ে। তেওঁৰ আন সহপাঠী আছিল স্বৰ্গীয় বিহাৰীলাল গুপ্ত চিভিলিয়ান, ৰায়চান্দ প্ৰেমচান্দ বৃত্তিধাৰী স্বৰ্গীয় কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ, খ্যাতনামা উকীল স্বৰ্গীয় ত্ৰৈলোক্যনাথ বসু আৰু স্বৰ্গীয় উমাকালী মুখাৰ্জি; আৰু কলেজীয়া বন্ধু আছিল বঙ্গীয় ব্ৰাহ্মসমাজৰ মাই ধৰণী স্বৰ্গীয় পণ্ডিত শিৱনাথ শাস্ত্ৰী।

আনন্দৰামে কলিকতালৈ গৈ পোনতে প্ৰেচিডেন্সী কলেজৰ গাত লগা হিন্দু হোষ্টেলত থাকেগৈ। এতিয়াৰ হিন্দু হোষ্টেল কলেজ স্কোৱাৰৰ ওচৰত পিয়াৰীচৰণ সৰকাৰ ষ্ট্ৰীটত। তেতিয়া হিন্দু হোষ্টেল আছিল কলুতোলা ষ্ট্ৰীটত। বঙ্গৰ যশস্বী কবি "পলাশীৰ যুদ্ধ", "ৰৈবতক" আদি কাব্য লিখোঁতা স্বৰ্গীয় নবীন চন্দ্ৰ সেনৰ লগত সহপাঠী নহলেও সহ-অধ্যায়ী স্বৰূপে আনন্দৰামৰ বিশেষ চিনাকী জন্মে।

প্ৰতিভা কেতিয়াও অনাদৃত হৈ পৰি নেথাকে। পোনতে কলেজত সোমাওঁতে আনন্দৰামৰ প্ৰতিভাৰ সমুচিত পৰিচয় শিক্ষকসকলে নাপাইছিল যদিও পাচত তেওঁক সকলোৱে চিনি পাবলৈ ধৰিলে। সুদূৰ অসমৰ গিৰি-বাজাৰ পৰা অহা দেখি তেওঁ সকলোৰে কৌতূহলৰ পাত্ৰ আছিল।

গণিতৰ অধ্যাপক গুৰুদাস বন্দ্যোপাধ্যায়ে পোনতে তেওঁৰ প্ৰতিভাৰ সমাদৰ কৰে। বন্দ্যোপাধ্যায় ডাঙ্গৰীয়াই অঙ্ক দি কোন লৰাই কেনেকৈ কৰিছে তাক চাবলৈ শ্ৰেণীৰ কেউফালে খোজ কাঢ়ি ফুৰে। তেওঁ গৈ দেখে আনন্দৰামে অতি কম সময়ৰ ভিতৰতে বৰ কৌশলেৰে অথচ উজু উপায়েৰে অঙ্কটো কৰি সাজু হৈ আছে। লাহে লাহে আনন্দৰাম আন আন অধ্যাপকৰো চকুত পৰিবলৈ ধৰিলে। কলেজৰ অধ্যক্ষ মিঃ জেইম্চ চাটক্লিফ চাহাবে বৰুৱাদেৱক বৰ আদৰ কৰিছিল, আৰু আনন্দৰামক কলেজৰ এজন উজ্জ্বল ৰত্ন বুলি ভাবিছিল।

১৮৫৬ চনৰ প্ৰেচিডেন্সী কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণী এই হেন তৰা-বৃন্দৰে উজ্জ্বল আছিল, আৰু আমাৰ গৌৰৱৰ বিষয় এই যে আনন্দৰাম এই তাৰকাৰামগুলীৰ মাজত সবাতকৈ উজ্জ্বল আছিল। আনন্দৰামৰ কলেজৰ প্ৰথম বছৰৰ জীৱনৰ বিষয়ে মহাত্মা গুৰুদাস বন্দ্যোপাধ্যায় ডাঙ্গৰীয়াই যি কৈছে সি অসমীয়াৰ মুখে মুখে হোৱা উচিত। চাৰ গুৰু-দাসে এই জীৱনী লিখোঁতালৈ এবাৰ লিখিছিল,—

"১৮৬৫ খৃষ্টাব্দত প্ৰেসিডেন্সী কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতে আনন্দৰাম বৰুৱাৰ সৈতে মোৰ পোনতে চিনাকী হয়। মই তেতিয়া সেই কলেজৰ গণিতৰ অধ্যাপকৰূপে সম্প্ৰতি কামত সোমাওঁ। এবছৰ কাল মই আনন্দৰামক প্ৰায় নিতৌ লগ পাইছিলোঁ। আৰু তাৰ পৰা তেওঁৰ বিষয়ে মোৰ যি ধাৰণা হৈছিল সি অতি সুন্দৰ। আনন্দৰাম বৰ নম্ৰ আছিল, কেতিয়াও অহঙ্কাৰ নেদেখুৱাইছিল, আৰু ক্লাচৰ পঢ়াশুনা কাম অতি সন্তোষজনকৈকৈ সমাধা কৰিছিল। মই ক্লাচত দিয়া টান বা উচ্চ এনে এটা অঙ্ক নাই যাক আনন্দৰামে কৰি উলিয়াব নোৱাৰিছিল। অতি সোনকালে তেওঁ অঙ্কৰ উত্তৰ উলিয়াইছিল, আৰু তেওঁৰ অঙ্ক কৰা প্ৰণালীও বৰ উচ্চ আৰু বিচক্ষণ আছিল।

"প্ৰেচিডেন্সী কলেজৰ সেই বছৰৰ প্ৰথম বাৰ্ষিক শ্ৰেণী বৰ উজ্জ্বল আছিল। তাত এনে প্ৰতিভাশালী ছাত্ৰ আছিল,—স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্ত, বহুত বছৰ ধৰি মেদিনীপুৰৰ খ্যাতনামা উকীল প্ৰেমচান্দ ৰায়চান্দ বৃত্তি-ধাৰী স্বৰ্গীয় কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ, ঢাকাৰ উকীল সমাজৰ নেতা স্বৰ্গীয় ত্ৰৈলোক্যনাথ বসু, মিঃ বিহাৰীলাল গুপ্ত, আৰু হাইকোৰ্টৰ খ্যাতনামা উকীল বাবু উমাকালী মুখাৰ্জ্জী। ইয়াৰ ভিতৰত কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ আৰু ত্ৰৈলোক্যনাথ বসু গণিতত বৰ পাৰ্গত আছিল। কিন্তু এইটো নিশ্চয় যে আনন্দৰাম এই তৰুণ প্ৰতিভাশালী ছাত্ৰবৃন্দৰ ভিতৰত সদায়ৈকৈ উজ্জ্বল আছিল। এই খিনিতে উল্লেখ কৰিব লগীয়া কথা এই যে আনন্দৰামৰ সহপাঠীসকলে তেওঁৰ গুণ ধৰণৰ বুদ্ধি-বৃত্তি স্বীকাৰ কৰোঁতে অকণো কোচ নেখাইছিল। এইটো বৰ দুখৰ কথা যে বাইজৰ উপকাৰৰ হকে উচগা কৰা তেওঁৰ বহমূলীয়া জীৱনৰ ইমান কোমল বয়সতে সামৰণি পৰে।"

১৮৬৭ চনৰ ডিচেম্বৰ মাহত আনন্দৰামে এল্-এ (পাচত্ এফ্-এ আৰু ইণ্টাৰমিডিয়েট) পৰীক্ষা দিয়ে। গুৰুদাস বন্দ্যোপাধ্যায়ে তেওঁৰ ছাত্ৰ

বিষয়ে যি ধাৰণা কৰিছিল সি ফলিয়ালে। আনন্দৰামে মোটৰ ওপৰত বিশ্ববিদ্যালয়ত প্ৰথম বিভাগত ষষ্ঠ স্থান অধিকাৰ কৰে, আৰু গণিতত সৰ্ব্বপ্ৰধান স্থান অধিকাৰ কৰি "ডাফ্ স্কলাৰ্চিপ" পায। তেওঁৰ লগত এল-এ পৰীক্ষাত উত্তীৰ্ণ হোৱা সকলৰ নাম ১ম কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ, ২য় ৰমেশচন্দ্ৰ দত্ত, ৩য় জে. ব্লকমেন, ৪ৰ্থ শিৱনাথ বানাৰ্জ্জী, ৫ম ধীৰেশ্বৰ চাটাৰ্জ্জী, ৬ষ্ঠ আনন্দৰাম বৰুৱা আৰু ১৩শ বিহাৰীলাল গুপ্ত। দ্বিতীয় বিভাগত প্ৰবেশিকা দুৱাৰ পাচ কৰি এল-এ পৰীক্ষাত ইমান ওখ ঠাই অধিকাৰ কৰা কম গৌৰৱৰ কথা নহয়।

আনন্দৰামে দ্বিগুণ উৎসাহে সেই প্ৰেচিডেন্সী কলেজতে বি-এ পঢ়িবলৈ ধৰিলে। বিশ্ব-বিখ্যাত কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ অগ্ৰজ শ্ৰীযুত সত্যেন্দ্ৰনাথ ঠাকুৰে ই এটা অভিনৱ ঘটনা। তেতিয়া বিলাতৰ চিভিলিযান পৰীক্ষা পাচ কৰি আহিছে। তেওঁৰ আহিয়ে প্ৰেচিডেন্সী কলেজৰ এই ছাত্ৰবৃন্দক বৰকৈ উদগনি দিয়ে। শ্ৰীযুত সুৰেন্দ্ৰনাথ বানাৰ্জ্জীয়ে পাচ বছৰ অৰ্থাৎ ১৮৬৮ চনত বি-এ পাচ কৰি বিলাতলৈ যাবলৈ আযোজন কৰে। তেওঁৰ লগত বিলাতলৈ যাবলৈ মিঃ ৰমেশচন্দ্ৰ দত্ত আৰু বিহাৰীলাল গুপ্তও উত্ৰাৱল হৈ পৰে। কিন্তু তেওঁ-লোকক বিলাতলৈ পঠিযাবলৈ ঘৰৰ পৰা মনা। গতিকে, ৰমেশচন্দ্ৰ দত্ত আৰু বিহাৰীলাল গুপ্তই চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ পৰা মনে মনে সুৰেন্দ্ৰ বানাৰ্জ্জীৰ লগত বিলাত পালেগৈ। তেওঁলোকৰ ঘৰত যথেষ্ট সংস্থান আছিল। বিলাতলৈ গোপনে যোৱাৰ স্বত্বেও তাৰ পাচৰ পৰা তেওঁ-লোকৰ অভিভাৱকসকলে অৰ্থেৰে সহায কৰিবলৈ ধৰিলে। কিন্তু আনন্দৰামৰ পিতৃ গৰ্গৰাম সদৰামিন ডাঙ্গৰীয়াৰ তেনে অৰ্থৰ সংস্থান থাকিলেও এই দৰে বিনা অনুমতিত যাবলৈ সোতৰ-বছৰীয়া আনন্দৰামে সাহ নকৰিলে। ইয়াৰ কাৰণে বিলাতলৈ লগৰীয়া বন্ধুসকলৰ লগত যাবলৈ ইচ্ছা থকা স্বত্বেও তেওঁ ১৮৬৮ চনত তাক সিদ্ধ কৰিব নোৱাৰিলে।

সেই দেখি বি-এ মহলাত সুখ্যাতিৰে পাচ কৰি চৰ্কাৰী বৃত্তি লৈ গোৱাটোৱেই তেওঁ সংকল্প কৰিলে। ঈশ্বৰৰ ইচ্ছা ৰমেশচন্দ্ৰৰ দৰে প্ৰতিদ্বন্দ্বী তেওঁৰ বি-এ মহলাত কোনো নাছিল। গতিকে তেওঁৰ ইচ্ছা কাৰ্য্যত সফল হবলৈ একো বিঘিনি নঘটিল।

১৮৬৯ খৃষ্টাব্দৰ জানুৱাৰী মাহত বিশ্ববিদ্যালয়ত তৃতীয় স্থান অধিকাৰ কৰি আনন্দৰাম বৰুৱাই বি-এ মহলাত উত্তীৰ্ণ হয়,—১ম কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ, ২য় ত্ৰৈলোক্যনাথ বসু।

বি-এ পৰীক্ষাত তৃতীয় স্থান অধিকাৰ কৰিছিল যদিও সকলোৱে আনন্দৰামকহে সেই বছৰৰ সৰ্ব্বোৎকৃষ্ট ছাত্ৰ বুলি ধৰিছিল। প্ৰেচিডেন্সী কলেজৰ অধ্যক্ষ মিঃ জেইমচ্ চাট্‌ক্লিফ্ চাহাবে আৰু শিক্ষাবিভাগৰ শাসনকৰ্ত্তা মিঃ হেনৰী উড্ৰৰ লগত বৰুৱাক সেই সুবিধাতে চিনাকী কৰি দিলে। মিঃ উড্ৰই বৰুৱাৰ লগত কথা-বাৰ্ত্তা পাতি বৰ মোহ যায় আৰু এই প্ৰতিভাশালী তৰুণ ছাত্ৰটিক সেই কালৰ ভাৰতৰ গৱৰ্ণৰ-জেনাৰেল লৰ্ড মেয়োৰ লগত চিনাকী কৰি দিয়ে।

নিজৰ প্ৰতিভা-শক্তিৰ বলেৰে মিঃ বৰুৱাই ষ্টেইট্ স্কলাৰ্চিপ আৰু গিলক্ৰাইষ্ট স্কলাৰ্চিপ লাভ কৰে। এই দুই বৃত্তিৰ মোট মূল্য আছিল মাহে প্ৰায় ৪০০৲ টকা।

১৮৬৮ চনত ভাৰত গৱৰ্ণমেণ্টে বৃত্তি দি বিলাতলৈ শিক্ষাৰ কাৰণে লৰা পঠিওৱাৰ ব্যৱস্থা কৰে। বি-এ পৰীক্ষাৰ লগে লগে সেই বৃত্তিৰ পৰীক্ষা হোৱাৰ নিয়ম আছিল। এই পৰীক্ষাত সৰ্ব্বপ্ৰথম হোৱা ছাত্ৰকহে বিলাতলৈ যোৱা বৃত্তি দিয়া হৈছিল। তাৰ কাৰণে স্বতন্ত্ৰীয়া পৰীক্ষক নিযুক্ত হৈছিল। ১৮৬৯ চনৰ জানুৱাৰী মাহত প্ৰথম বৃত্তি-পৰীক্ষা হয়। ইয়াৰ পৰীক্ষক আছিল ডাক্তৰ অগিলভী, চেণ্ডাচ, উড্ৰ, বিবি, টনি আৰু মিচেল চাহাব। বাবু কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ সেইবাৰ বি এ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰিছিল। তেওঁ এই বৃত্তি-পৰীক্ষাত

আনন্দৰামৰ প্ৰতিযোগী আছিল। কলিকতা হাইকোৰ্টৰ সুপ্ৰসিদ্ধ ব্যাৰিষ্টাৰ মিঃ লালমোহন দাস আৰু বিলাতৰ প্ৰিভি কাউন্সিলৰ সৰ্ব্বপ্ৰথম ভাৰতীয় মেম্বৰ মিঃ চৈয়দ আমিৰ আলীও এই পৰীক্ষাত প্ৰতিযোগী আছিল। কিন্তু অসমৰ গৌৰৱৰ কথা—মিঃ বৰুৱাক পৰীক্ষক-সকলে সৰ্ব্বশ্ৰেষ্ঠ বুলি বিবেচনা কৰি কলিকতা বিশ্ববিদ্যালয়ৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতি অৰ্থাৎ চিণ্ডিকেটলৈ তেওঁৰ নাম পঠিয়াই দিয়ে। ১৮৬৯ চনৰ ২৯ জানুৱাৰীৰ চিণ্ডিকেটৰ কাৰ্য্যবিবৰণীত এই কথাষাৰ পোৱা যায়,—"বিলাতত পঢ়িবলৈ বৃত্তিৰ কাৰণে হোৱা পৰীক্ষাৰ পৰীক্ষক-সকলৰ মন্তব্য পাঠ কৰা হ'ল। তেওঁলোকে মনোনীত কৰি পঠাইছে যে প্ৰেচিডেন্সী কলেজৰ আনন্দৰাম বৰুৱাক এই বৃত্তি দিয়া হওক।" উক্ত চিণ্ডিকেটৰ অধিবেশনত এই বাচনি সমৰ্থন কৰা হয়। এই বৃত্তিৰ মূল্য আছিল বছৰি ২০০ পাউণ্ড বা ৩০০০্ টকা, আৰু সেই বৃত্তি তিনি বছৰ ধাৰ্য্য। এই দৰে প্ৰতিযোগী পৰীক্ষাত সৰ্ব্বপ্ৰথম হৈ মিঃ বৰুৱাই গিলক্ৰাইষ্ট বৃত্তিও পায়। ইয়াৰ মূল্য বছৰি ১০০ পাউণ্ড, বৃত্তিৰ কাল পাঁচ বছৰ।

এই দৰে বৃত্তি লৈ বিলাতলৈ যোৱাত মিঃ বৰুৱাৰ ঘৰৰ পৰা অলপ প্ৰতিবন্ধক হৈছিল, কিন্তু তেওঁৰ আগত আদৰ্শ আছিল ভাৰতৰ সুৰেন্দ্ৰ বানাৰ্জ্জী, ৰমেশ দত্ত আৰু বিহাৰীলাল গুপ্ত। মিঃ বৰুৱাই বাধা প্ৰতিবন্ধক একো নেমানিলে। ১৮৬৯ খৃষ্টাব্দৰ জহকালি ছুটি লৈ মিঃ উদ্ৰ চাহাবে বিলাতলৈ যাবলৈ ঠিক কৰে, তেওঁৰ লগত একেখন জাহাজতে বিলাতলৈ যাবলৈ মিঃ আনন্দৰাম বৰুৱায়ো আয়োজন কৰে।

---

# বিলাতত

১৮৬৯ খৃষ্টাব্দৰ জহকালিত আনন্দৰাম বৰুৱাই গৈ বিলাত পালেগৈ। তেওঁৰ প্ৰথম উদ্দেশ্য আছিল আই-চি-এচ্ পাচ কৰা। আৰু তাৰ লগে লগে কেবছৰৰ ভিতৰত ব্যাৰিষ্টাৰী পাচ কৰা সম্ভৱ দেখি তেওঁ সেই পৰীক্ষাৰ কাৰণে ১৮৭০ চনৰ জনেৱৰ মাহত মিডোল টেম্পোলৰ ছাত্ৰ-শ্ৰেণীত ভুক্ত হ'ল।

অক্সফোৰ্ড ও কেম্ব্ৰিজতকৈ লণ্ডনত থাকিলে তেওঁৰ চিভিলিয়ান পৰীক্ষাৰ কাৰণে সুবিধা হয় যেন ভাবি তেওঁ লণ্ডনতে থকা থিৰ কৰিলে, ১৮৭০ চনত লণ্ডন ইউনিভাৰ্চিটিৰ মেট্ৰিকুলেচন পৰীক্ষাত নামভুক্ত হৈ সেই ইউনিভাৰ্চিটিতে বি-এচ্-চি পৰীক্ষাৰ কাৰণে কলেজত পঢ়িবলৈ ধৰিলে। তেওঁ গণিতত সুপণ্ডিত আছিল, গতিকে এই পৰীক্ষাৰ কাৰণে তেওঁৰ একো টান নেলাগিল। তাৰ উপৰিও বি-এচ্-চিত পঢ়া পৰীক্ষাৰ কাৰণে যি কেইটা বিষয় লৈছিল সেইবোৰ বিষয় আই-চি-এচ্ পৰীক্ষাত লোৱাত তেওঁৰ বৰ সুবিধা হ'ল, প্ৰায় একে পৰিশ্ৰমতে তেওঁ দুয়ো পৰীক্ষালৈকে সাজু হব পাৰিলে।

আনন্দৰাম বৰুৱাৰ বন্ধু-বান্ধৱ সকলে কেতিয়াও নেভাবিছিল যে তেওঁ আই-চি-এচৰ বাহিৰে আন পৰীক্ষাৰ কাৰণেও পঢ়িছে। তেওঁ একেলগে তিনিও পৰীক্ষাৰ কাৰণে সাজু হৈছিল।

১৮৬৯ চনত ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত আৰু সুৰেন্দ্ৰনাথ বেনাৰ্জ্জীয়ে আই-চি-এচ্ পৰীক্ষা সম্মানেৰে পাচ কৰে। তাৰ পিচ বছৰত আনন্দৰাম বৰুৱা অতি সম্মানেৰে এই পৰীক্ষাত উত্তীৰ্ণ হয়।

১৮৭০ চনত এপ্ৰিল মাহৰ ৫ তাৰিখৰ পৰা আই-চি-এচ্ পৰীক্ষা আৰম্ভ হয়। পৰীক্ষাৰ কেন্দ্ৰ আছিল বাৰ্লিংটন গাৰ্ডেনচ্-ত থকা লণ্ডন

বিশ্ববিদ্যালয়ৰ নতুন ঘৰ। সেইবাৰ ৩৬৯ জন পৰীক্ষাৰ্থী আছিল, তাৰ ভিতৰত পাৰদৰ্শিতা হিচাবে ৪১ জনকহে উপযুক্ত বুলি আই-চি-এচৰ কাৰণে বাচি লোৱা হয়। এই নিৰ্ব্বাচিত ৪১ জন পৰীক্ষাৰ্থীৰ মাজত মিঃ বৰুৱাই ৩৮-শ স্থান অধিকাৰ কৰে। এইটো উল্লেখযোগ্য যে ১৮৬৯ খৃষ্টাব্দৰ জতকালিত মাত্ৰ তেওঁ বিলাতত পদাৰ্পণ কৰে, সেইদেখি পৰীক্ষাৰ কাৰণে সাজু হ'বলৈ তেওঁ এবছৰতকৈয়ো কম সময় হাতত পাইছিল। ১৮৭০ চনৰ পহিলা মাৰ্চ্চত মি' বৰুৱাৰ বয়স আছিল উনৈচ বছৰ।

মি. বৰুৱাৰ ঘাই খোপনি আছিল সংস্কৃত আৰু গণিত। সংস্কৃতত তেওঁ পাইছিল ৫০০ নম্বৰৰ ভিতৰত ২৫৬, আৰু সেই বিষয়ত তেওঁ প্ৰথম স্থান অধিকাৰ কৰিছিল। দ্বিতীয় জন আছিল মিঃ ডনাল্ড ক্ৰক ছিন্‌ক্লেয়াৰ, নম্বৰ ২১৬ ; তৃতীয়, মিঃ ডেভিদ এজ্জ্‌ড্চ্, নম্বৰ ১৯৪। সংস্কৃতৰ প্ৰশ্নকাৰক আৰু পৰীক্ষক আছিল সুপ্ৰসিদ্ধ পণ্ডিত ই-বি-কাৱেল।

গণিতত মিঃ বৰুৱাই চতুৰ্থ স্থান অধিকাৰ কৰে, আৰু নম্বৰ পাইছিল ১২৫০-ৰ ভিতৰত ৮৩৬। গণিতত প্ৰথম হৈছিল আলেকজেণ্ডাৰ ক্ৰুইক্‌ছেংক্, নম্বৰ ৯৭৬, দ্বিতীয়, জেম্‌চ্ মেক্‌ফাৰ্চ্চন, নম্বৰ ৯৩৩, তৃতীয়, টমাছ গৰ্ডন ওৱাকাৰ, নম্বৰ ৮৪৩। এওঁলোক তিনিজনে গোটেই পৰীক্ষাত ক্ৰমান্বয়ে সপ্তম, ত্ৰয়োদশ আৰু চতুৰ্থ স্থান অধিকাৰ কৰিছিল। গণিতৰ পৰীক্ষক আছিল ৰেভাৰেণ্ড বি-প্ৰাইছ, ই-জে ৰোথ আৰু আৰ্ টাউনছেণ্ড।

ইংৰাজী ৰচনাত মিঃ বৰুৱাই ৫০০ নম্বৰৰ ভিতৰত ৩৯ নম্বৰ পাইছিল। এই বিষয়ৰ পৰীক্ষক আছিল সুবিখ্যাত ইংৰাজ কবি আৰু সমালোচক মিঃ মেথিউ আনল্ড্, আৰু ডব্লিও ষ্টেব্বিং। সেই বছৰৰ অন্যান্য কৃতী ছাত্ৰই ইংৰাজী ৰচনাত এইদৰেহে নম্বৰ পাইছিল,—চতুৰ্থ স্থান

অধিকাৰ কৰোঁতা মিঃ ওৱাকাৰে ৭৭; অষ্টম, মিঃ জেইমচ্ ছিলকে ৫৪, ১৩-শ, মেক্‌ফাৰ্ছনে ৩৫; ২৩-শ, মিঃ জন নিউজেণ্টে শূন্য, ৩০-শ, মিঃ চাৰ্লচ জেম্‌চ্ অ'ডনেলে শূন্য, ৩৩-শ, মিঃ জন নাৰচ্ ওৱাইটে ৮, ৪১-শ, মিঃ আৰ্চিবল্ড্ ফ্রেন্‌চিচ্ উড্‌বাৰ্ণে ৯।

ইংৰাজী সাহিত্যত মিঃ বকৰাই পাইছিল ৫০০ নম্বৰ ভিতৰত ১১০। পৰীক্ষাত বাচনিত উঠা কোনো ছাত্ৰই ১৫, ৪০, ৬০, ৮৫, ১০০, ১০৫, এনেকৈ পাইছিল। এই বিষয়ৰ পৰীক্ষক আছিল মিঃ নাইট্ ওৱাট্‌ছন।

ইংৰাজী ইতিহাসত মিঃ বকৰাই পাইছিল ৫০০ নম্বৰ ভিতৰত ৬০। ইয়াৰ পৰীক্ষক আছিল সুবিখ্যাত লিখক মিঃ লিয়নাৰ্ড্ কৰ্টনি।

মনোবিজ্ঞানত মিঃ বকৰাই পাইছিল ৫০০ নম্বৰ ভিতৰত ৯৪। উল্লিখিত পৰীক্ষাৰ্থীৰ ভিতৰত কোনো কোনোৱে ০, ৩৫, ৩৮, ৭৪, এনেকৈ নম্বৰ পাইছিল। ইয়াৰ পৰীক্ষক আছিল সুপ্ৰসিদ্ধ দাৰ্শনিক অ' আলেক্‌জেণ্ডাৰ বেইন আৰু চাৰ এ-গ্ৰেণ্ট।

সৰ্ব্বমুঠ মিঃ বকৰাই নম্বৰ পাইছিল ১৩৯৫। সেইবাৰৰ পৰীক্ষাত প্ৰথম হৈছিল মিঃ এডোৱাৰ্ড ষ্টেক্, নম্বৰ ২৯৯২; দ্বিতীয়, মিঃ বেলচাম ফ্ৰান্‌ছিচ, নম্বৰ ২১৬১, তৃতীয়, মিঃ উইলিয়ম হৰ্ষী, নম্বৰ ১৯০০, চতুৰ্থ, মিঃ ওৱাকাৰ, নম্বৰ ১৮৯৭, ৬১-শ, মিঃ উডবাৰ্ণ, নম্বৰ ১৩৪৯।

সেই কেইবছৰৰ পৰীক্ষাৰ নম্বৰ আদি চালে বুজিব পাৰি যে সকলো বিষয়তে সমানে পাকৈত ছাত্ৰ অতি কমহে আছিল। ইংৰাজ ছাত্ৰসকলে গ্ৰীক্ আৰু লেটিন সাহিত্য আৰু বুৰঞ্জী লব পাৰিছিল। ভাৰতীয় ছাত্ৰৰ পক্ষে ই অসম্ভৱ আছিল। সেইদেখি দেশীলোকৰ পক্ষে গণিত আৰু সংস্কৃতেই প্ৰধান অৱলম্বন আছিল। বছৰি তিনি-শ চাৰি-শ পৰীক্ষাৰ্থী আছিল, তাৰ ভিতৰত ৪০ জনমানকহে নিৰ্ব্বাচিত কৰা হৈছিল। গতিকে, আই-চি-এচ্ পৰীক্ষাত নিৰ্ব্বাচিত হোৱাও নিশ্চয় চোকা বুদ্ধিৰ পৰিচায়ক আছিল।

মিঃ বৰুৱাৰ কৃতিত্ব প্ৰকাশ পালে বিশেষকৈ আই-চি-এচৰ চূড়ান্ত পৰীক্ষাত। সেই পৰীক্ষা হয় ১৮৭২ চনৰ মে মাহত। শেষ পৰীক্ষাত উত্তীৰ্ণ নহয়মানে কোনো ছাত্ৰই চিভিল চাৰ্ভিছৰ কামত সোমাব নোৱাৰিছিল, আৰু এই শেষ পৰীক্ষাত পোৱা নম্বৰ অনুসাৰে, চাকৰি ক্ষেত্ৰত আগ-পাচ নিৰ্দ্ধাৰিত হৈছিল। ১৮৭০ চনৰ মুকলি পৰীক্ষাত ৩৮-শ স্থান অধিকাৰ কৰি ১৮৭২ চনত শেষ পৰীক্ষাত মিঃ বৰুৱাই সপ্তম স্থান লাভ কৰে। শেষ পৰীক্ষাত তেওঁৰ নম্বৰ আছিল,—আইনত ১৭৫০-ৰ ভিতৰত ৭৩৩, ভাৰত ইতিহাস ভূগোলত ৩৭৫০-ৰ ভিতৰ ২৮০, অৰ্থনীতিত ৩৫০-ৰ ভিতৰত ২০৬, হিন্দীত ৬০০-ৰ ভিতৰত ১৮৪, হিন্দুস্থানীত ৬০০-ৰ ভিতৰত ২১৯, বঙলাত ৬০০-ৰ ভিতৰত ৩৬৪, সংস্কৃতত ৫০০-ৰ ভিতৰত ৬৫৪।

নিৰ্ব্বাচিত ছাত্ৰসকলক উপৰোক্ত বিষয়বোৰ পঢ়িবলৈ উৎসাহ দিবৰ কাৰণে কেইবাটাও পুৰস্কাৰ দিয়াৰ বন্দবস্ত আছিল, আৰু তাৰ কাৰণে সুকীয়াকৈ পৰীক্ষা লোৱা হৈছিল। মিঃ বৰুৱাই সংস্কৃতত তেনে এটি পৰীক্ষা দি ৭৫ পাউণ্ড পুৰস্কাৰ লাভ কৰে। তাৰ উপৰিও ইতিহাস-ভূগোল, বঙলা আৰু সংস্কৃত এই তিনি বিষয়তো পাৰদৰ্শিতা দেখুৱাৰ কাৰণে প্ৰত্যেকতে তেওঁ ৩০ পাউণ্ডকৈ পুৰস্কাৰ পায়। এই কাৰণে বোধকৰো অসমীয়া মানুহৰ এতিয়ালৈকে ধাৰণা যে বিলাতৰ পৰা উভতি আহোঁতে মিঃ বৰুৱাৰ হাতত যথেষ্ট টকা আছিল।

মিঃ বৰুৱাৰ সমসাময়িক অন্যান্য পৰীক্ষাৰ্থীয়ে এইদৰে স্থান অধিকাৰ কৰিছিল,—ৰমেশচন্দ্ৰ দত্ত, ১৮৬৯-৭১, প্ৰথম পৰীক্ষাত ৩য়, শেষৰ পৰীক্ষাত ২য়, বিহাৰীলাল গুপ্ত, ১৮৬৯-৭১, প্ৰথম পৰীক্ষাত ১৪-শ, শেষ পৰীক্ষাত ৪থ, সুৰেন্দ্ৰনাথ বানাৰ্জ্জী, ১৮৬৯-৭১, প্ৰথম পৰীক্ষাত ২৮-শ, শেষ পৰীক্ষাত ২০-শ; ভিনচেন্ট স্মিথ, ১৮৬৯-৭১, প্ৰথম পৰীক্ষাত ২য়, শেষ পৰীক্ষাত ১ম, চাৰ্লছ্ বেণ্ডেল মেৰিন্সিন, ১৮৭০-৭২, প্ৰথম

পৰীক্ষাত ২৮, শেষ পৰীক্ষাত ৩১-শ . জৰ্জ এব্ৰাহাম গ্ৰিয়াৰ্ছন, ১৮৭১-৭৩, প্ৰথম পৰীক্ষাত ২৮-শ, শেষ পৰীক্ষাত ১২-শ ; হাৰ্বাৰ্ট হ'প ৰিজ্‌লি, ১৮৭১-৭৩, প্ৰথম পৰীক্ষাত ৩৪-শ, শেষ পৰীক্ষাত ৮ম ; বেম্প্‌ফিল্ড্‌ ফুলাৰ, ১৮৭৩-৭৭, প্ৰথম পৰীক্ষাত ১১শ, শেষ পৰীক্ষাত ১ম , জে-ডি-এণ্ডাৰচন, ১৮৭৩-৭৫, প্ৰথম পৰীক্ষাত ২৭-শ, শেষ পৰীক্ষাত ৩৪-শ ।

আই-চি-এচ পৰীক্ষাত ভৰ্ত্তী হবলৈ গলে সম্মানৰ চাৰ্টিফিকেট দেখুৱাব লাগে। ইয়াৰ কাৰণে আনন্দৰামে তেওঁৰ আচাৰ্য্য চন্দ্ৰমোহন গোস্বামী আৰু তৰুণৰাম ফুকন ডাঙৰীয়াৰ পিতৃদেৱ বলোৰাম ফুকনক পত্ৰ চিঠি লিখি এই চাৰ্টিফিকেট নিছিল।

আনন্দৰাম বৰুৱাই আই-চি-এচ্‌ পৰীক্ষা দিয়া সময়ত এটি ধৰ মক্কিলত পৰিছিল। তেওঁ পৰীক্ষাত সুকলমে সুখ্যাতিৰে পাৰ হৈ গল, কিন্তু বয়স লৈ গণ্ডগোল আৰম্ভ হল। মিঃ বৰুৱাই দিয়া বয়স দিছিল আই-চি-এচ্‌ কমিচনাৰ বা কৰ্ত্তৃপক্ষসকলে তাকে গ্ৰহণ কৰিবলৈ সম্মত নহল। অথচ মিঃ বৰুৱা যে এজন মেধাবী আৰু তীক্ষ্ণবুদ্ধিৰ ছাত্ৰ আছিল তাক স্বীকাৰ কৰিবলৈকো তেওঁলোক বাধ্য হৈছিল,—বিশেষতঃ ভাৰতবৰ্ষৰ পৰা ইমান প্ৰতিযোগিতাৰ মাজত ছুটাকৈ বৃত্তি লাভ কৰিছিল আৰু আই-চি-এচ পৰীক্ষাত অতি সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল।

আনন্দৰাম বৰুৱাক আই-চি-এচ্‌ পৰীক্ষাত ভুকিব লাগেনে নেলাগে এই বিষয়লৈ আই-চি-এচ্‌ পৰীক্ষাৰ কৰ্ত্তৃপক্ষসকলৰ লগত ভাৰত-মন্ত্ৰী চেক্ৰেটেৰী-অব্‌-ষ্টেটৰ ঘোৰ লিখা-লিখি চলিল। সেই সময়ত বিলাতত ভাৰতবৰ্ষৰ আণ্ডাৰ-চেক্ৰেটেৰী আছিল মিঃ ( পাচলৈ চাৰ ) গ্ৰেণ্ট্‌-ডাফ। এইজনা ভাৰতহিতৈষী ৰাজনৈতিক পুৰুষ পাচলৈ মাদ্ৰাজৰ গৱৰ্ণৰ নিযুক্ত হয়গৈ। এওঁ আনন্দৰাম বৰুৱাক বিমুখ কৰিবলৈ ইচ্ছা নকৰিলে।

এওঁৰ প্ৰবল যত্নত মিঃ বৰুৱাই আই-চি-এচৰ দুৱাৰদলি অনায়াসে সৰকি গল। আই-চি-এচৰ নিৰ্দ্ধাৰিত বয়সপ্ৰাপ্ত নোহোৱা এজন ভাৰতীয় ডেকাক উত্তীৰ্ণ হবলৈ দিয়াত মহামতি মিঃ গ্ৰেণ্ট-ডাফৰ ওপৰত দোষাৰোপ কৰি বিলাতৰ পাৰ্লেমেণ্ট সভাত আন্দোলন চলিবলৈ ধৰিলে। পাৰ্লেমেণ্টৰ এজন সভ্যই মিঃ গ্ৰেণ্ট-ডাফৰ এই অবিধি কাৰ্য্যৰ কৈফিয়ৎ তলব কৰাত মিঃ গ্ৰেণ্ট্-ডাফে এই বুলি উত্তৰ দিছিল,—"আমি এই সিদ্ধান্তত উপনীত হওঁতে আই-চি-এচ্ পৰীক্ষাৰ নিয়মাৱলীৰ ভিতৰুৱা উদ্দেশ্যলৈহে কাণ দিছো। যিজন ছাত্ৰই সুদূৰ ব্ৰহ্মপুত্ৰ ভৈয়ামৰ পৰা আহি ইমান প্ৰতিযোগিতাৰ মাজতো সুখ্যাতিৰে এই পৰীক্ষা উত্তীৰ্ণ হব পাৰিছে তেওঁৰ আকাঙ্ক্ষাৰ বাটত আমি একো প্ৰতিবন্ধক জন্মাবৰ ইচ্ছা নকৰো।" এইদৰে মহামতি মিঃ গ্ৰেণ্ট-ডাফৰ অনুগ্ৰহত এই বিপদৰ পৰা মিঃ বৰুৱাই ৰক্ষা পালে।

মিঃ বৰুৱাৰ বয়স সমস্যা গুৰুতৰ বিধৰে আছিল। আৰু ই সেই কালৰ উল্লেখযোগ্য ঘটনাৰূপে কিছু চাঞ্চল্য সৃষ্টি কৰিছিল। মিঃ বৰুৱাৰ বিষয়ে ইংৰাজী কবিতা লিখক মিঃ মেক্‌মিলান চাহাবে মিঃ বৰুৱাক কাল্পনিক ভাবে সম্বোধন কৰি কৈছিল,—"হেৰা মোৰ নন্দী (আনন্দৰাম), তুমি নিশ্চয় জানা, চেলেপু মানুহে এইবুলি কৈ ফুৰিছে বোলে তুমি হেনো সিদিনা (আই-চি-এচ) পৰীক্ষাৰ দেওনা পাৰ হওঁতে তোমাৰ মুঠ বয়সৰ গণনাৰ পৰা এটা অলাগতিয়াল বছৰ বাদ দি আমাৰ সৰলমতীয়া তোজা ইংৰাজ প্ৰজাক কোষ্ঠী সম্পৰ্কীয় কথাত এটা ভুৱা দিলা। নিন্দুক 'পাৰ্য়নিয়াৰ' কাকতে এই বুলি আনন্দৰামৰ বিষয়ে অমৰ্য্যাদাৰ কথা ৰটাইছে!"

আই-চি-এচ্ পৰীক্ষাত বয়সৰ গৰমিল হোৱাৰ কাৰণে সুৰেন্দ্ৰনাথ বানাৰ্জ্জীও বিষম সঙ্কটত পৰিছিল। ১৮৬৯ চনৰ পৰীক্ষাত তেওঁ উত্তীৰ্ণ হয়। আৰু কৃতকাৰ্য্য হোৱা পৰীক্ষাৰ্থীসকলৰ তালিকাত তেওঁৰ নাম

যথাবিধি অন্তৰ্ভুক্ত হ'ল। কিন্তু বয়স লৈ অসামঞ্জস্য হোৱাত সুৰেন্দ্ৰনাথ বানাৰ্জ্জীৰ নামটো পাচলৈ সেই তালিকাৰ পৰা উঠাই দিয়া হ'ল, তাৰ লগতে একে কাৰণতে বোম্বাইৰ প্ৰথম চিভিলিয়ান শ্ৰীপদ বাবাজী ঠাকুৰৰ নামো কৃতকাৰ্য্য হোৱা পৰীক্ষাৰ্থীসকলৰ পৰা বাদ পৰিল। সেই সময়ৰ দিনৰ নিয়মানুসাৰে আই-চি-এচ্ পৰীক্ষাৰ্থীৰ বয়স ১৯ বছৰৰ বেছি আৰু ২১ বছৰৰ কম হ'ব লাগিছিল। ১৮৬৩ চনৰ প্ৰবেশিকা পৰীক্ষাত সুৰেন্দ্ৰনাথৰ বয়স আছিল ষোল বছৰ। সেই অনুসাৰী ১৮৬৯ চনত তেওঁৰ বয়স হ'ল একুৰি-দুবছৰ, অৰ্থাৎ আই-চি-এচৰ নিৰ্দ্ধাৰিত বয়সতকৈ এবছৰ অধিক। ইয়াৰ উত্তৰত সুৰেন্দ্ৰনাথে ক'লে যে ১৮৬৩ চনত তেওঁৰ বয়স ১৫ বছৰহে আছিল, কাৰণ ভাৰতীয় প্ৰথামতে, মাতৃৰ গৰ্ভত থিত লোৱাৰে পৰা সন্তানৰ বয়স নিৰূপিত হয়; ইংৰাজী প্ৰথামতে কেঁচুৱা ভূমিষ্ঠ হোৱাৰ মুহূৰ্ত্তৰ পৰাহে বয়স গণনা আৰম্ভ হয়। আই-চি-এচ্ কমিচনাৰসকলে কিন্তু এই মত গ্ৰহণ কৰিবলৈ ৰাজি নহ'ল।

ভাৰতবাসীৰ স্বাৰ্থৰক্ষাৰ কাৰণে যি সুৰেন্দ্ৰনাথে চিৰজীৱন সংগ্ৰাম কৰিছিল। 'পৰাজয় মানি কেতিয়াও আত্মসমৰ্পণ নকৰিবা', এই মন্ত্ৰত দীক্ষিত হোৱাৰ কাৰণে যি সুৰেন্দ্ৰনাথক "চাৰেণ্ডাৰ নট" বুলি আখ্যা দিয়া হৈছিল, সেই সুৰেন্দ্ৰনাথে আই-চি-এচ্ পৰীক্ষাৰ এই নৈৰাশ্যজনক পৰিস্থিতিক নিৰ্ব্বিৰোধে মানি লবলৈ অস্বীকাৰ কৰিলে। তেওঁৰ যুক্তিৰ সমৰ্থন কৰি পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৰাজেন্দ্ৰলাল মিত্ৰ, কৃষ্টদাস পাল আদিয়ে অভিমত প্ৰকাশ কৰিলে, ভাৰতীয় কাকত-পত্ৰতো আই-চি-এচ্ কমিচনাৰসকলৰ সিদ্ধান্তক গৰিহণা দিবলৈ ধৰিলে। সুৰেন্দ্ৰনাথ বানাৰ্জ্জীও ইংলণ্ডৰ ন্যায়ালয়ৰ আশ্ৰয় ল'লে। তাৰ ফলত সুৰেন্দ্ৰনাথ আৰু শ্ৰীপদ বাবাজী ঠাকুৰৰ নাম কৃতকাৰ্য্য হোৱা পৰীক্ষাৰ্থী-সকলৰ তালিকাত পুনৰ অন্তৰ্ভুক্ত হ'ল। এই চূড়ান্ত সিদ্ধান্তৰ পৰা

আনন্দৰামৰ বয়সৰ সমস্যাও লাগৰ হৈ পৰিল বুলি সুৰেন্দ্ৰনাথে নিজৰ আত্মজীৱন চৰিত্ৰত উল্লেখ কৰিছে,—“আনন্দৰামৰ বেলিকাও বয়সৰ সমস্যা ঘটিছিল। কিন্তু মোৰ সম্পৰ্কে সেই সমস্যাৰ সিদ্ধান্ত হোৱাত আনন্দৰামৰ বিষয়ে সেই প্ৰশ্নৰ পুনৰ উত্থাপন নহ'ল।”

লণ্ডনত মিঃ বৰুৱাই বাৰ্কলি স্কোৱাৰত আছিল বুলি কৰ্ণেল জালন্ধৰ আলি আহম্মদ চাহাবে আমাক কৈছিল। তথো নেট্‌লি নামে গাৱঁলৈ গই পঢ়া-শুনাৰ সুবিধাৰ কাৰণে তাতে কিছুদিন বাস কৰিছিল। বিলাতত বৰুৱাদেৱৰ অন্তৰঙ্গ বন্ধু আছিল তাৰকনাথ পালিত আৰু শ্ৰীপদ বাবাজী ঠাকুৰ। পালিতে বেৰিষ্টাৰী পৰীক্ষা পাচ কৰি লণ্ডনতে কিছুদিন আছিল। বয়সৰ বেমেজালি ঘটাত এবছৰ কাল এনেয়ে অতিবাহিত হোৱাত শ্ৰীপদ বাবাজীয়ে আনন্দৰাম বৰুৱাৰ লগত ১৮৭২ চনত আই-চি-এচৰ শেষ পৰীক্ষা দিবৰ কাৰণে অধ্যয়ন কৰিছিল। ইয়াৰ বাহিৰেও, ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত আৰু সুৰেন্দ্ৰনাথ বানাৰ্জীৰে সৈতে বৰুৱাদেৱে সদাই দেখা-শুনা কৰিছিল। ডাঃ প্ৰশান্তকুমাৰ ৰায় সন্তহতে বিলাতলৈ গৈছিল। মিঃ বৰুৱাৰ লগত তেওঁৰ প্ৰথম সাক্ষাততে বৰুৱাৰ কথা-বাৰ্ত্তা আৰু ব্যৱহাৰত তেওঁ বিশেষ ভাবে আকৃষ্ট হয়। সেই উপলক্ষে ডাঃ ৰায়ে তেওঁৰ ডায়েৰীত এইবুলি লিখিছিল,—“মিঃ বৰুৱা এনে সৰৱৰতী মানুহ, মই এবাৰ তেওঁৰ ঘৰলৈ গৈ তেওঁক নিশ্চয় লগ ধৰিম।” এওঁ ডাঃ পি-কে ৰায় বুলিহে বেচিকৈ জনাজাত। এওঁ পাচলৈ কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ প্ৰিন্সিপাল, কলিকতা বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ আৰু কলেজৰ ইন্সপেক্টৰৰূপে চাকৰি কৰে।

আনন্দৰাম বৰুৱাৰ সকৰে পৰা লিখা-পঢ়াত একাগ্ৰতীয়া মন। তেওঁ বিলাতৰ সমাজৰ লগত হলি-গলি কৰি ফুৰিছিল। বহুতে ভাৰতৰ পৰা মহৎ আশা মহৎ উদ্দেশ্য লৈ বিলাতলৈ যায়; কিন্তু তাত প্ৰলোভনৰ পাকচক্ৰত পৰি তেওঁলোকৰ আশা-ভৰসা সকলোতে জলাঞ্জলি দিব

লগাত পৰে। তেওঁলোকে বাঠ আৰু ব্ৰাইটন আদি সমুদ্ৰতীৰৰ সমাজ-লীলাৰ সোঁত পৰি থাউনি নেপোৱা হয়। অজস্ৰ অৰ্থপাত কৰি বহুতে হয়তো শুদা হাতেৰে ভাৰতলৈ উভতি আহে নাইবা, তেতিয়াৰ দিনত অল্পপ্ৰয়াস-লব্ধ ব্যাৰিষ্টাৰী উপাধি লৈ ভাৰতলৈ প্ৰত্যাবৰ্ত্তন কৰে; কিন্তু আনন্দৰাম তেনে বিধৰ চঞ্চল প্ৰকৃতিৰ মানুহ নাছিল। তেওঁ প্ৰকৃতিস্থ হৈ বিলাতৰ পৰা অপূৰ্ব্ব জ্ঞানৰ জেউতি আনিবলৈ গৈছিল। তেওঁ ভালকৈ বুজিছিল অসম-মাতৃৰ আশা-ভৰসাৰ স্থল হৈ তেওঁ বিলাতলৈ গৈছে। তেওঁৰ বিবেক প্ৰবল থকাত তেওঁ কোনো সময়তে লক্ষ্যভ্ৰষ্ট নহল।

তাৰকনাথ পালিতে আমাক কৈছিল, আনন্দৰাম বৰুৱা যৌৱনৰ পৰা বৰ নিমাতী স্বভাৱৰ মানুহ আছিল, আৰু নিজৰ মনৰ কথা কাকো ভাঙ্গি নকৈছিল। ওপৰতে কৈ অহা হৈছে বি-এচ্-চি পৰীক্ষাৰ কাৰণে তেওঁ নীৰৱে সাজু হৈছিল, ঘুণাক্ষৰে কাকো তাৰ বিষয়ে জানিবলৈ দিয়া নাছিল। তেওঁ নীৰৱে দুৱাৰ বন্ধ কৰি পঢ়ি থাকে। তাৰকনাথ পালিত বা আন কোনো বন্ধুৱে আহি যদি দুৱাৰত ঢকা মাৰে, তেওঁ বি-এচ্-চি পৰীক্ষাৰ কিতাপবিলাক লুকুৱাই থৈহে বন্ধুসকলক দুৱাৰ খুলি দিয়ে।

মিঃ বৰুৱাই এই বি-এচ্-চি পৰীক্ষাৰ কাৰণে পঢ়োঁতে লণ্ডন ইউনিভাৰ্চিটিৰ প্ৰসিদ্ধ অধ্যাপক ডাক্তাৰ কাৰ্পেণ্টাৰে এবাৰ কৈছিল,—"মই ইমান দিন অধ্যাপকা কাম কৰিছোঁ, কিন্তু আনন্দৰাম বৰুৱাৰ নিচিনা এনে অনুসন্ধিৎসু ছাত্ৰ আজিলৈকে পোৱা নাই।" সেইদৰে ইংৰাজী সাহিত্যৰ অধ্যাপক মিঃ হেনৰী মৰ্লি, গণিতৰ অধ্যাপক ডাঃ টধাণ্টাৰ, সংস্কৃতৰ অধ্যাপক ডাঃ থিয়োদোৰ গোল্ড্‌ষ্টাকাৰ আদি শিক্ষকেও আনন্দৰামৰ প্ৰতিভা গুণত বিশেষ মুগ্ধ হৈছিল।

সেই সময়ত অগাধ পণ্ডিত ভট্ট মোক্ষমূলাৰ অক্সফোৰ্ডৰ অধ্যাপক আছিল। আনন্দৰাম বৰুৱাই কলেজ বন্ধ হলেই এই মনিষীক গৈ চোৱাৰ সুযোগ লৈছিল।

মিঃ বৰুৱাই অতি সুখ্যাতিৰে আই-চি-এচ্ পৰীক্ষা পাচ কৰা দেখি সকলোৱে স্তম্ভিত হৈছিল। কিন্তু কৃতকাৰ্য্য হোৱা ছাত্ৰসকলৰ তালিকাত মিঃ আনন্দৰাম বৰুৱা এই নামটি দেখি বিশেষ ৰকমে বিস্ময় মানিছিল মিঃ এলেক মেকমিলান নামে এজন কবি প্ৰকৃতিৰ চিভিলিয়ান চাহাবে। আনন্দৰাম বৰুৱা এই ওজস্বী নামটোত কি এটা অলৌকিক শক্তি আছিল কব নোৱাৰি, মিঃ মেকমিলানক এই নামটোৱে দিনে-ৰাতি দিঠকে-সপোনে খেদি ফুৰিছিল। "বিবিধ গীত" নামে মিঃ মেকমিলান ৰচিত এখনি ইংৰাজী পদ্য-গ্ৰন্থত 'আনন্দৰাম বৰুৱা' নামেৰে এটি পোন্ধৰ-পিঠীয়া দীঘল কবিতা আছে, আৰু সি কিতাপৰ সৰ্ব্বপ্ৰথম কবিতা। কবিতাৰ অতি সংক্ষেপে সাৰমৰ্ম্ম এই,—

"এটা নাম আছে যাৰ প্ৰতাপত পুবাৰপৰা সন্ধিয়ালৈকে, সন্ধিয়াৰপৰা পুৱতিলৈকে মই থিৰেৰে থাকিব নোৱাৰা হৈছোঁ। ই নিজৰাৰ কুল্ কুল্ শব্দ নহয়, নাইবা হেমন্তকালৰ গছৰ পাতত ৰিব্ ৰিব্ বতাহৰ হেন্দোলনি নহয়, ই লাৱণ্যময়ী যুৱতীৰ নাম নহয়, নাইবা দুপৰ নিশাৰ অমৃত-বৰষা বুলবুলৰ ধ্বনিও এই নামত নাই। এই নামটো আন কাৰো নহয়,— অলপতে আই চি-এচ্ পাচ কৰা আনন্দৰাম বৰুৱাৰ।

"যেতিয়া সৰ্ব্বপ্ৰথমে ভাৰতীয় সকলৰ কাৰণে আই-চি-এচ্ পৰীক্ষাৰ দুৱাৰ মুকলি কৰি দিয়া হল, তেতিয়াৰে পৰা পৰীক্ষাৰ্থী সকলৰ তালিকাত লৰেন্স, কলভিন, ইলিয়ট আদি ইংৰাজী নামৰ লগতে চাটাৰ্জ্জী, ঘোষ আৰু দত্ত আদি ভাৰতীয় নাম প্ৰকাশিত হল। কিন্তু কোনে ভাবিছিল যে আগলৈ সেই তালিকাত আনন্দৰাম বৰুৱা হেন এনে এটা ওজস্বী নাম প্ৰকাশিত হব ?

"পুৰা কচাৰীলৈ যাওঁ, এজলাচত বহি প্ৰতিদ্বন্দী বাদী-ফৰিয়াদী গোহৰীয়া-পক্ষীয়াৰ মিছা জবানবন্দিৰ চক্ৰবেহ ভেদ কৰি সঁচা কথা উদ্ধাৰ কৰিবলৈ যত্ন কৰোঁতে মোৰ ধৰ-বুদ্ধি নোহোৱা হয়। তাতো সেই

আচৰিত নামটোৰে আহি মোক চাৰিওফালৰ পৰা আগুৰি ধৰে। মোৰ পাখাৰ কলমে নিজৰ কৰ্ত্তব্য পাহৰি নানাবিধ আখৰেৰে বিচাৰৰ কাকতত আনন্দৰাম বৰুৱা নামটো লিখিবলৈ ধৰে, কেতিয়াবা সৰু ফলাৰে কেতিয়াবা বৰ ফলাৰে আনন্দৰাম নামৰ আখৰ কেইটা ওলট-পালট কৰি তাক নগুৰ শাস্তি কৰে।

"ৰাতি মই টোপনিত লীন। পাহাৰৰ ওলোমা কিনাৰৰ দীঘলীয়া কাণিবোৰেও আনন্দৰামৰ সুৰৰ সুৰে-নাচিবলৈ ধৰে। তেনে ৰাতি পাহৰা হৈ নি-টাঁনি ভাগৰ লগাত পাঁচোৱালা কুঁহিৰ হাতৰ পৰা ফাঁকিডাল সুৰ্ণকি পৰে। থিতত মোৰ ভুত নাই, জোতাৰ সুকজ, বুট জোতা, কাৰলিক চাবোনৰ টুকুৰা, আইনৰ কিতাপ বহুতো পাওঁ তাৰে মৈতে ক্ষুৰ টোপনি-ৰূপী দানৱক সংহাৰিবলৈ সাজু হৈছোঁ, এনে পৰত শুনিবা মহাবোৰে 'আনন্দৰাম' 'আনন্দৰাম' কৰি গুণগুনাব ধৰিছে।"

"তাৰ পাছত মই টোপনিত অচেতন। সপোনত দেখিলোঁ ছয়শ যুঁজাৰু সমৰ-সজ্জাত সজ্জিত। এনেতে আনন্দৰামৰ নাম লৈ হুংকাৰ ধ্বনি কৰি সিহঁতক হেলাৰঙে পৰাস্ত কৰিছে। বিজয় দুন্দুভি বাজিব ধৰিলে। বিজয়ী সেনাক সম্বৰ্দ্ধনা জনাবলৈ যুৱতীসকলে নগৰৰ সিংহদুৱাৰলৈ আগবাঢ়ি গৈছে, প্ৰত্যেকৰ হাতত একোটা বাঁহী, আৰু সেই বাঁহীৰে কি অমৃত বৰষিছে?—আনন্দৰামৰ কীৰ্ত্তিকাহিনীৰ অজস্ৰ প্ৰশংসা।"

"ভাৰতৰ ঠাইবোৰৰ ইংৰাজী বানান বা আখৰ জোঁটনি নিৰ্দ্ধাৰিত কৰিবলৈ ভাষাবিদ্ পণ্ডিত ডাক্তৰ উইলিয়াম হাণ্টাৰক চৰকাৰৰ ফালৰ পৰা নিযুক্ত কৰা হৈছিল। অযোধ্যা শব্দ কেনেকৈ 'অ'উধ্' হব লাগে এইবোৰ বিষয়ে তেওঁ মতামত দিছিল। সপোনত দেখা পাই হাণ্টাৰক সুধিলোঁ,—"তুমি ইমান ভাষাবিদ্ পণ্ডিত, আনন্দৰাম বৰুৱা এই অদ্ভুত নামটোৰ আখৰ জোঁটনি কেনেকৈ নিৰ্ণয় কৰিবা কোৱাঁ।"

"এই প্ৰশ্নত ডাক্তৰ হাণ্টাৰৰ হৃৎকম্প হোৱাল। তাৰ পাছত আৰু

আনন্দৰাম মোৰ সন্মুখত সশৰীৰে হাজিৰ। অপৰিসীম আনন্দত মোৰ হিয়া কঁপিবলৈ ধৰিলে, মোৰ জীৱনৰ আৰাধ্য আনন্দৰামে মোৰে সৈতে নিসংকোচে কথাবাৰ্ত্তা পাতিছে, খাইছে-বইছে, যেন তেওঁৰ মোৰ ভিতৰত কোনো ভেদাভেদ নাই। মই সুধিলোঁ,—"বাৰু, আনন্দি, কোৱাঁ, তুমি এই অদ্ভুত নামটো কত পালাঁ? গৱৰ্ণমেণ্টৰ কৰ্ম্মচাৰীৰ নাম থকা কোনো চিভিল লিষ্টত এনে ধৰণৰ নাম ইতিপূৰ্ব্বে ওলোৱা নাই। মানুহে কয়—আই-চি-এচ পৰীক্ষাত বয়স লৈ যেতিয়া তোমাৰ গণ্ডগোল লাগে, তুমি বোলে কিবা উপায়েৰে সেই আপদৰ পৰা ৰক্ষা পালাঁ? অৱশ্যে এই কথা ৰাষ্ট্ৰ কৰাৰ বাবে 'পায়নিয়াৰ' কাকত দায়ী।" এনেকৈ কৈ থাকোঁতে আনন্দৰাম হঠাৎ অন্তৰ্দ্ধান হ'ল। মই কান্দি-কাটি অস্থিৰ,—"হে মোৰ বন্ধু আনন্দৰাম, তুমি মোক এৰি থৈ কলৈ পলালা?"

"এই দৰে দিন গৈছে ৰাতি আহিছে। কি উপায়। সেই একেটা নামে মোক দিনে-ৰাতি খেদিব লাগিছে। ই এটা প্ৰমাদ হে হ'ল, এই নতুন ৰোগৰ কোনো প্ৰতিকাৰ নাই। ঠিক নাই, আজি বাদে কালি মই চকু মুদিব পাৰোঁ। মোৰ বন্ধু-বান্ধৱসকলে মোৰ মৈদামৰ ওপৰত এই কথা কিয়াৰাৰ যেন লিখি থয়।—"এই মৈদামত সৰু-সে-ছোট-পুৰৰ কৰি অনন্ত শান্তিত নিমগন। এটা আপদীয়া নামে তেওঁক হত্যা কৰিছে। পথিক, অলপ পৰ ৰোৱা, আৰু এবাৰ উলটি-পালটি সেই অদ্ভুত নামটো পঢ়া,—আনন্দৰাম বৰুৱা, আনন্দৰাম বৰুৱা, আনন্দৰাম বৰুৱা।"

'বিবিধ গীতি' কিতাপ খনি মিঃ বৰুৱা ঢুকুৱাৰ ছ-বছৰৰ পাচত প্ৰকাশিত হৈছিল, কিন্তু 'আনন্দৰাম বৰুৱা' শীৰ্ষক কবিতাটি মিঃ বৰুৱাই আই-চি-এচ্ পাচ কৰাৰ অলপ পাচতে লিখা হৈছিল। বৰুৱাদেৱে কবিতাটি পঢ়িছিলনে নাই আমি ঠাৱৰ কৈ কব নোৱাৰিলোঁ। কিন্তু আমাৰ দৃঢ় বিশ্বাস কাব্য-প্ৰিয় বৰুৱাদেৱে কবিতাটি পঢ়া হলে হাঁহি সামৰিব নোৱাৰিলেহেঁতেন।

# শিৱসাগৰত মাজিষ্ট্ৰেট্

বিলাতৰ চিভিল চাৰ্ভিচ পৰীক্ষাত সন্মানেৰে উত্তীৰ্ণ হৈ আৰু ইংলণ্ডীয় সভ্যতাৰ সাৰধৰ্ম শিকি-বুজি ১৮৭২ চনৰ চেপ্তেম্বৰ মাহৰ ৯ তাৰিখে আনন্দৰাম বৰুৱাই ভাৰতৰ বোম্বে বন্দৰত পদাৰ্পণ কৰেহি। তেওঁ পোনতে শিৱসাগৰ জিলাত ডেপুটী কমিচনাৰৰ এচিষ্টেণ্ট স্বৰূপে নিযুক্ত হয়। সুখ্যাতিৰে কৃতকাৰ্য্য হোৱা চিভিলিয়ানসকলে চেষ্টা কৰিলে নিজৰ ইচ্ছামতে প্ৰদেশ বাচি লব পাৰে। আনন্দৰামে আজি প্ৰায় আঠ বছৰ কাল নিজৰ জন্মভূমি আৰু আত্মীয়-স্বজনক ভালকৈ দেখা পোৱা নাই, সেই দেখি অসমৰ প্ৰাচীন ঠাই ৰংপুৰ বা শিৱসাগৰকে তেওঁ বাচি ললে। এই সময়তে মিঃ বৰুৱাই এটি সংস্কৃতৰ পৰীক্ষা দি তাত কৃতকাৰ্য্য হৈ গৱৰ্ণমেণ্টৰ পৰা দুহেজাৰ টকা বটা পায়।

বোম্বে এৰি আনন্দৰামে কিছুদিন কলিকতাত কাল কটায়, তাৰ পাচতহে শিৱসাগৰলৈ যাত্ৰা কৰে। বাটতে তেওঁ গুৱাহাটীত লোমাই পিতাকক দেখা কৰে। আনন্দৰামৰ কাৰণে দেউতাকে বেলেগ ঘৰ কৰি থৈছিল। আনন্দৰামে পোনপ্ৰথমে দৰ্শন কৰি পিতাকৰ পদধূলি গ্ৰহণ কৰিলে। দেউতাকে কৃতী সন্তানক ইমান দিনৰ মূৰত দেখি আনন্দত বলীয়া হ'ল। সাধৰী সদবাসিন ডাঙৰীয়াই পুত্ৰেকক প্ৰায়শ্চিত্ত কৰি পুনৰ নিজৰ সমাজলৈ আনিবলৈ বৰ হেপাহ কৰিছিল, আৰু সেই অৰ্থে পুত্ৰেকক ঘৰলৈ টানি ধৰিছিল। কিন্তু বিবেকপন্থী আনন্দৰামে কেতিয়াও তাত মান্তি নহল। তেওঁ কলে,—"বিলাতত মই জ্ঞানে নিজ ইচ্ছামতে অখাদ্য খাই আহিছোঁ, আৰু বিজাতীয় নিয়ম-নীতি পালি আহিছোঁ, এনে স্থলত মোৰ প্ৰকৃতপক্ষে প্ৰায়শ্চিত্ত হব নোৱাৰে। বহিছে

হয় তাৰ পৰা হিন্দুধৰ্ম্মৰ গৌৰৱ নেথাকে।” ইয়াৰ পৰা আনন্দৰামৰ স্বাধীনচিন্তাৰ ভাল প্ৰমাণ পোৱা যায়। আনন্দৰামে আৰু ক'লে,— “বিশেষতঃ, মোৰ যেনে চাকৰী, সদাই চাহাব-চুহাবৰ লগত খাই-বৈ মিলি-মিচি ফুৰিব লাগিব। এনে স্থলত নিতৌ পৰাচিত হলেও মোৰ হব। তাৰ পিচত মোৰ আৰু এবাৰ বিলাতলৈ যাবৰ মন আছে, এনে দৈনন্দিন পৰাচিত মোৰ জীৱনে সহিব কেনেকৈ ?”

তাৰ পাচত বাপেকে পুতেকক বিয়া কৰিবলৈ কলে। আনন্দৰামে কলে,—“মোৰ ধন নাই, এই দৰমহা চাকৰীত সোমাবলৈ গৈছোঁ।” পিতাকে,—“মোৰ এই অজস্ৰ ধন খায় কোনে ?” আনন্দৰামে কলে,— “নহয় দেউতা, সেই ধন আপোনাৰ বুঢ়া কালত লাগিব। তাক খৰছ কৰিব কেলেই ?” পিতাকে এই উত্তৰ শুনি ম্লান-মুখে ভিতৰলৈ গ'ল। আনন্দৰামে গৈ নিজৰ তম্বুৰ ভিতৰ সোমাল। বৃদ্ধ গৰ্গৰাম ডাঙৰীয়াই ইমান হেপাহ ইমান হাবিয়াস ভাঙ্গি-ছিঙ্গি যোৱাত বৰ দুখ পালে। ইয়াৰ পাচত আৰু সৰহদিন তেওঁ জীয়াই নেথাকিল। আনন্দৰাম বৰুৱা শিৱসাগৰত থাকোঁতেই ১৮৭৩ চনত গৰ্গৰাম সদৰামিন ডাঙৰীয়া তিনি কুৰি ছবছৰ বয়সত পৰলোকলৈ গমন কৰে।

উত্তৰ গুৱাহাটীত আনন্দৰামক পাই বৰুৱাজনাৰ তেওঁৰ চিনাকী আৰু অন্যান্য মানুহসকলে বৰ হেঁপাহেৰে তেওঁক দেখি-ফুৰি চাবলৈ ধৰে, আৰু তেওঁলোকৰ মাজতে সকলোৰে পৰা ডাঙৰ বীৰল হোৱা আনন্দৰামে কীৰ্ত্তিমন্ত হৈ বিদেশৰ পৰা সুখ্যাতিৰ সৌৰভেৰে স্বদেশলৈ উভতি অহিছে তাত তেওঁলোকেও গৌৰৱ অনুভৱ কৰিলে। তেওঁলোকে আনন্দৰামৰ পৰা বিলাতৰ বিষয়ে নানান কথা শুনে, আৰু তেওঁলোকে আনন্দৰামে বিলাতৰ পৰা আনা ছবিৰ এলবামখনি বৰ আগ্ৰহেৰে চায়। আমি শুনিছোঁ আনন্দৰামৰ আত্মীয়-কুটুম্বসকলে বৰ উলাহেৰে মজিন্দাৰ বৰুৱাৰ বংশধৰ এই বিলাত-ফেৰ্ত্তা হোৱা মানুহজনক নিজৰ

ঘৰত কৰা পিঠা সান্দহ কৰাইওৰি খুৱাই একেবাৰে হুলুস্থুল কৰি পেলাইছিল। বৰুৱাদেৱে কোনো কথাতে কাৰো ওপৰত অসন্তুষ্ট নহৈছিল, বৰঞ্চ বিদেশী কৃত্রিম অস্বাভাৱিক চাল-চলনৰ পৰিবৰ্তে সৰল অসমীয়া জাতি-ভাইৰ আন্তৰিক স্নেহ আৰু সমাদৰৰ নিদৰ্শন পাই তেওঁ বৰ আনন্দ লাভ কৰিছিল। বিলাতৰ পৰা আহোঁতে তেওঁৰ নিজৰ ভায়েক আত্মাৰাম বৰুৱা আৰু কেশৱৰাম বৰুৱা, আৰু তেওঁ-লোকৰ পৰিয়ালৰ জীয়েকৰ বৰুৱালৈ তিনিটি ভাল 'খানাট' কাপোৰেৰে বৰা সাজ লগত লৈ আহিছিল। নিজে কীৰ্তিমন্ত পুৰুষ হৈয়ো নিজৰ বংশহ পৰিয়াললৈ তেওঁ কাচিতো মৰম-দয়া নেৰিছিল।

কথিত আছে আনন্দৰামে পোনৰ বাৰ কলিকতাৰ পৰা অসমলৈ আহোঁতে তেওঁ অহা জাহাজৰ 'কেবিন'ত তেওঁৰ লগতে এজন চাহাবৰ এটি উল্লেখযোগ্য ঘটনা হৈছিল। আমি শুনিছোঁ এই চাহাবজন কলি-কতাৰ সুপ্রসিদ্ধ জাহাজ কোম্পানী জাৰ্‌দিন স্কিনাৰৰ তলতীয়া কৰ্মচাৰী। 'মঃ বৰুৱাই প্ৰথম শ্ৰেণীৰ টিকেট লৈ এটি 'কেবিন' অধিকাৰ কৰে, গুৱাহাটীৰ ঘাটত জাহাজ লগা ঠাইত কেবিন এৰি আন ঠাইলৈ যাওঁতে উক্ত চাহাবজনে বৰুৱাদেৱৰ মালপত্ৰবিলাক উলিয়াই থবলৈ কাৰবাৰ কৰে। বৰুৱাদেৱে এনে সময়তে নিজৰ কেবিনলৈ উভতি আহোঁত তেওঁক কৰবাৰ নগণ্য মানুহ বুলি ভাবি চাহাবজনে তেওঁক সেই কোঠালী এৰি আন ঠাইলৈ যাবলৈ কয়, কিন্তু বৰুৱাদেৱে নিজৰ কেবিন এৰি যাবলৈ মান্তি নহল, তাতে দুয়োৰো ভিতৰত বৰ বাক্-বিতণ্ডা হয়। তাৰ পাচত হতাহতিও যোগে আৰম্ভ হল; কিন্তু বৰুৱাদেৱে পৰাস্ত নেমানিলে, আৰু নিজৰ কোঠালী এৰি নগল। বৰুৱাদেৱৰ এনে স্বাধীন-চিত্ততা দেখি এওঁনো কোন জানিবলৈ চাহাবজনৰ বৰ কৌতুহল হ'ল। পিচত যেতিয়া তেওঁ গম পালে যে এওঁ এজন চিভিলিয়ান আৰু এচিষ্টেণ্ট মাজিষ্ট্ৰেট, তেতিয়া চাহাবজনে এককে শীতল হয়ে

নিজৰ দোষ স্বীকাৰ কৰি বৰুৱাদেৱৰ ওচৰত ক্ষমা ভিক্ষা কৰিলে। অসমীয়া সাহিত্যত সুপৰিচিত 'চিন্তানল' আৰু 'গুটিদিয়েক চিন্তাৰ ঢৌ' প্ৰণেতা শ্ৰীযুক্ত কমলাকান্ত ভট্টাচাৰ্য্য সেই জাহাজত মিঃ বৰুৱাৰ সহযাত্ৰী আছিল, আৰু এই ঘটনাৰ কথা তেওঁ চকুৰে দেখিছিল।

১৮৭২ চনৰ ডিচেম্বৰ মাহত বৰুৱাদেৱে গৈ শিৱসাগৰ পায়হি, আৰু সেই মাহৰ ১১ তাৰিখে তেওঁ সৰ্ব্বপ্ৰথম অফিচলৈ যায়। শিৱসাগৰত মাজিষ্ট্ৰেট্ হৈ থাকোঁতে তেওঁ বৰ সৰলভাৱে চলন-ফুৰণ কৰিছিল, আৰু তেওঁ ইমান চৰ্কাৰী কামৰ উপৰিও পঢ়াশুনা কৰা অভ্যাস কেতিয়াও নেৰিছিল। এনে কি আজৰি পালে এজলাচতে বহি তেওঁ কিতাপ পঢ়িছিল। বিলাতফেৰ্ত্তা হৈয়ো তেওঁ চাহাবী সাজপাৰ পিন্ধিবলৈ ভাল নাপাইছিল। শিৱসাগৰত থকা কালত তেওঁ আমাৰ দেশীয় সাজপাৰ চৌগা-চাপকনহে ব্যৱহাৰ কৰিছিল। আমি শুনিছোঁ, বিলাতত থাকোঁতেও বোলে এই দেশীয় সাজপাৰহে পিন্ধিছিল, আৰু ৰাতি শোওঁতে চাহাবৰ শয়ন-সজ্জাৰ সলনি তেওঁ চুৰিয়া পিন্ধিছিল।

মিঃ বৰুৱাই বৰ হেপাহেৰে নিজৰ জন্মভূমি অসমত চাকৰী কৰিবলৈ মন মেলিছিল, কিন্তু শিৱসাগৰত থাকোঁতে কিছুমান এনে ঘটনা ঘটিল যে স্বাধীন-চেতা বৰুৱাই তাত থাকিবলৈ ভাল নাপাই বঙ্গদেশলৈ বদলি হৈ যাবলৈ বাধ্য হ'ল। শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই এই বিষয়ে লিখা বহুমূলীয়া কথাখিনিকে আমি তলত তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।—

"আনন্দৰাম বৰুৱা শিৱসাগৰত থকাত এদিন তেওঁৰ বঙলালৈ দিহিঙৰ ৰৰসাজতোলা দেখা কৰিবলৈ গৈছিল। দুয়ো দুখন চকিত বহি কথা-বতৰা পাতি আছিল, এনেতে কেপ্টেন কমিচনাৰ কৰ্ণেল কেম্প্‌বেলকে আদি কৰি কেইজনমান চাহাব তেওঁৰ বঙলাত ওলালহি। চাহাব বোৰ দেখিয়েই সাজতোলাজনক উঠিব খোজা দেখি বৰুৱাদেৱে

তেওঁক কলে,—"আপুনি স্বাধীন মানুহ কেলেই উঠিব, বহি থাকক।" ইপিনে তেওঁৰ তাত সৰহ চকি নথকাত নিজৰ খন চকি ডেপুটি কমিচনাৰক এৰি দি নিজে থিয় হৈ ৰ'ল; কেইজনমান চাহাবক চকি অনাই দিয়ালে, কিন্তু আৰু চকি নোহোৱাত কেইজনমান চাহাব মেজত ভৰদি থিয়দি থাকিল আৰু বহি থকা সাজতোলা জনৰ কাণে কেৰাহিকৈ চাবলৈ ধৰিলে। সাজতোলাজনে তাৰ পৰা উঠি লৰ মাৰিব পাৰিলে এতিয়া ৰক্ষা পৰে। কিন্তু বকবাদেৱে চকুৰ ঠাৰেৰে সাহ দিয়াত যদিও তেওঁ বহি থাকিল, তথাপি ভয়ত ঘামিজামি নগুৰ-নাস্তি হল। চাহাব-সকল গুচি যোৱাৰ পাচত সাজতোলাই বকবাদেৱক "ডাঙৰীয়া, আপোনাৰ ইয়ালৈ অহা বৰ বিপদৰ কথা; আমাৰ আৰু ইয়ালৈ অহা নহব," এই বুলি কৈ বিদায় ললে।

"তেওঁৰ প্ৰতি কথাতে তেওঁৰ মনৰ তেজ আৰু স্বাধীনতাৰ চিনাকী পোৱা যায়। তেওঁ অসম এৰি বঙ্গদেশলৈ যোৱাৰ কাৰণো এয়ে। শিৱসাগৰত এচিষ্টেণ্ট্ কমিচনাৰ হৈ থকা সময়ত কৰ্ণেল কেম্প্‌বেল তাত ডেপুটী কমিচনাৰ আছিল, আৰু লেফ্‌টেনেণ্ট্ গ্ৰে এচিষ্টেণ্ট্ কমিচনাৰ আছিল। পদত বকবাদেৱ লেফ্‌টেনেণ্ট্ গ্ৰেৰ ওপৰত আছিল, সেইবাবে ডেপুটী কমিচনাৰ চক্কৰ ফুৰিবলৈ যাওঁতে জিলাৰ ভাৰ বকবা-দেৱৰ গাত থাকে। এবাৰ ডেপুটি কমিচনাৰ বাহিৰত থকাত বকবাদেৱে কিবা এটাত দোষ ধৰি গ্ৰে চাহাবৰ কৈফিয়ত খোজাত তেওঁ সেই কথাত অপমান বোধ কৰি ডেপুটি কমিচনাৰক জনোৱাত পাচৰ বাৰ ডেপুটি কমিচনাৰ চক্কৰ ফুৰিবলৈ যাওঁতে তেওঁ জিলাৰ ভাৰ বকবাদেৱৰ গাত নিদি গ্ৰে চাহাবৰ গাত থৈ গ'ল। বকবাদেৱে এই কথাত অপমান পাই গৱৰ্ণমেণ্টলৈ আবেদন কৰি বঙ্গদেশলৈ বদলি হৈ গুচি গ'ল। তেতিয়াৰে পৰা আৰু তেওঁ অসমলৈ উলটি নাহিল। তেওঁ অলপ দিনৰ ভিতৰতে সৌজন্য গুণেৰে শিৱসাগৰৰ সকলো দেশী মানুহৰ মন মুগ্ধ কৰিছিল,

আৰু তেওঁ শিৱসাগৰ এৰি যাব লগা হোৱাত সকলোৰে আন্তৰিক দুখ পাইছিল।"

আনন্দৰাম বৰুৱাৰ গুৰু স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী ডাঙৰীয়াৰ মুখে আমি আৰু এটি ঘটনা শুনিছিলোঁ। কৰ্ণেল কিটিং চাহাব অসমৰ চিফ কমিচনাৰ হৈ থাকোঁতে এবাৰ শিৱসাগৰলৈ যায়। তাৰ পুলিচ চাহাবৰ তদাৰকত কৰ্ণেল কিটিঙৰ অভ্যৰ্থনাৰ কাৰণে বিশেষ আয়োজন হয়। এই অভ্যৰ্থনাৰ লগতে এটি ডিনাৰ-পাৰ্টি বা ভোজ দিয়া হয়। সেই ভোজলৈ সকলো চাহাব আৰু বিলাত-ফেৰ্ত্তা বা ইংৰাজী মতে চলা-ফিৰা কৰা ভাৰতীয়কো নিমন্ত্ৰণ কৰা হৈছিল। তাতৈ অসমৰ কৰ্ণেল জালন্ধৰ আলি আহমদ আই-এম্-এচ্ আৰু আনন্দৰাম বৰুৱাৰো নিমন্ত্ৰণ পাইছিল, কিন্তু আনন্দৰাম আৰু তেওঁৰ বন্ধু ডাক্তাৰ আহ্মদক চাহাবসকলৰ খানা খোৱা টেবিলৰ লগত নিদি সুকীয়াকৈ আসন দিয়া হৈছিল, তাতে মিঃ বৰুৱাই বৰ অপমান বোধ কৰে। অনুমান হয় এইবোৰ কাৰণতে তেওঁ আৰু অসমত থাকিবৰ মন নকৰিলে। ১৮৭৪ চনৰ এপ্ৰিল মাহত বৰুৱাদেৱ বঙ্গদেশলৈ একেবাৰে বদলি হৈ গ'ল।

আনন্দৰাম বৰুৱা শিৱসাগৰত থকা কালৰ বিষয়ে তেওঁৰ সমসাময়িক উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াই লিখিছিল, "আনন্দৰাম বৰুৱা গুৱাহাটীৰ পৰা উজাই আহি কেবাদিনৰ মূৰত শিৱসাগৰ পাই বৰপুখুৰীৰ পাৰত থকা ইংৰাজী বহলৰ চৰকাৰী ঘৰত থাকিবলৈ ললে। তাত তেওঁ পুৰা গধূলি লিখা-পঢ়া কাৰ্য্যত লাগি থাকে। এবাৰ বজাৰ পৰা চাৰিবজালৈকে কছাৰিৰ কাম কৰি ঘৰলৈ যায়। পাঁচবান বজাত অতি বিতোপন টাটু ঘোঁৰা এটাত উঠি চহিছটো লগত লৈ টুকটুক্ কৰে আহি বিখোৰ পাৰঘাটত অলপ পৰ ঘোঁৰাৰ ওপৰতে থাকি চহিছটোৰে কিবা কথা পাতি বেলি পৰাৰ আগেয়ে পুখুৰীপাৰ পায়গৈ। তেতিয়া গা-গাবি আইকীয়া নাহি বাস্তুহ আছিল। বহল বিশ-বাইচ বছৰ, গোঁফ টুটিবাইছিল। মূৰত

মখমলৰ টুপী পিন্ধা, চাহাবৰ টুপী নহয়। অসমীয়া মানুহে তেওঁক যতে দেখা কৰিলে বৰ আদৰ-সম্ভাষণ কৰি তাৰ সোহ-পোচ কৰিছিল। তেতিয়া শিৱসাগৰৰ ডেপুটি কমিচনাৰ কৰ্ণেল হেন্ৰী চাহাব আছিল। কৰ্ণেল চাহাবৰ লগত মনোমালিন্য হোৱাত বৰুৱা ডাঙৰীয়াই অন্যত্ৰলৈ বদলি হৈ গুচি যায়।"

শিৱসাগৰত থাকোঁতেই আনন্দৰাম বৰুৱাই সংস্কৃত অভিধান এখনি লিখাৰ সংকল্প কৰে আৰু সেই অনুষ্ঠানত তাতে থকা কালতে হাত দিবলৈ আৰম্ভ কৰে। এজন তেইচ-চব্বিশ বছৰীয়া ডেকাই এই হেন অভিধান সংকলন কৰাৰ নিচিনা মহৎ কাম হাতত লোৱাৰ দৃষ্টান্ত জগতৰ বুৰঞ্জীত নিতান্ত বিৰল। আনন্দৰাম বৰুৱাই তেওঁৰ অভিধানৰ প্ৰথম ভাগৰ পাতনিত বৰ বিনীতভাৱে স্বীকাৰ কৰিছে যে এনে এটি উদ্যম তেওঁৰ পক্ষে ধৃষ্টতা বুলি কলেও সৰহ কোৱা নহয়, কিন্তু অন্যান্য কৃতবিদ্য পুৰুষ-সকলৰ সংস্কৃত অভিধান সংকলনৰ ফালে একেবাৰে কাণসাৰ নাই, সেই-দেখিহে তেওঁ এই কাম হাতত লবলৈ বাধ্য হৈছিল।

# বঙ্গৰ নানা ঠাইত

আনন্দৰাম বৰুৱা বঙ্গদেশলৈ গৈ পোনতে তেওঁ মৈমনসিংহ জিলাৰ এচিষ্টেণ্ট মাজিষ্ট্ৰেট আৰু কলেক্টৰ নিযুক্ত হয়। মৈমনসিংহত থকা কালত আনন্দৰাম বৰুৱাই সংস্কৃত অভিধান খনি সংকলন কৰা কাৰ্য্যত আৰু অগ্ৰসৰ হয়। এনে কি, অভিধান ওলালে তাক কিনোতা-সকলৰ নাম ইয়াতে গোটায়। যিসকল বিদ্যোৎসাহী ডাঙৰীয়াই তেওঁৰ অভিধান কিনিবলৈ আগবাঢ়ে তাৰ ভিতৰত সৰহ ভাগেই মৈমনসিংহৰ বাসিন্দাৰ, উকীল আৰু অন্যান্য কৰ্ম্মচাৰী। তাৰ ভিতৰত এই সকলৰ নাম উল্লেখযোগ্য,—লৰ্ড নৰ্থব্ৰুক, গুষ্ট্ৰ মোক্ষমূলাৰ, জজ ডবলিউ-জে-মণি চি-এচ-আই; কোচবেহাৰ ষ্টেটৰ মেনেজাৰ ই-এম-বেইলি; কুষ্টিয়া আৰু পাবনাৰ স্মলকজ-কোৰ্টৰ জজ্ মিষ্টাৰ এল-ডবলিউ-হাচিন্‌চন্; মৈমনসিংহৰ মাজিষ্ট্ৰেট কলেক্টৰ মিঃ আৰ-এইচ্-পোচি; কিশোৰীগঞ্জৰ ডেপুটী মাজিষ্ট্ৰেট্ চৈয়দ মহম্মদ ইজ্‌ৰায়েল; মুক্তাগাছাৰ ৰামকিশোৰ আচাৰ্য্যৰ জমিদাৰীৰ তত্বাবধাৰক বাবু বিপিনবিহাৰী মুখাৰ্জ্জী; মৈমনসিংহৰ উকীল বাবু চন্দ্ৰকুমাৰ ঘোষ, উকীল বাবু কালীশঙ্কৰ গুহ; মৌলবী হামিদউদ্দীন আহ্‌মদ; উকীল গঙ্গাদাস গুহ; উকীল শ্যামাচৰণ ৰায়; ত্ৰিপুৰাৰ মুন্সিফ বাবু অক্ষয়কুমাৰ বসু, এম্-এ, বি-এল; মৈমনসিংহৰ উকীল ৰাণেশ্বৰ পত্ৰনবিশ; উকীল বাবু শশীশঙ্কৰ চট্টোপাধ্যায়; মৈমনসিংহৰ গৱৰ্ণমেণ্ট উকীল ঈশানচন্দ্ৰ চক্ৰবৰ্ত্তী; উকীল বাবু শ্যামাচৰণ চক্ৰবৰ্ত্তী; উকীল বাবু মহেন্দ্ৰচন্দ্ৰ মজুমদাৰ; মৈমনসিংহৰ হাইস্কুলৰ সুপ্ৰসিদ্ধ হেড্‌মাষ্টাৰ বাবু ৰত্নমণি গুপ্ত; মৈমনসিংহৰ জয়েণ্ট মাজিষ্ট্ৰেট্ জে-গ্ৰেট এম-এ; গয়াৰ চিভিল চাৰ্জ্জন মেজৰ জে-শ, এম্-ডি; নয়াহুমকাৰ চিভিল চাৰ্জ্জন আমজদ আলি আহমদ এম-ডি; বহৰমপুৰৰ জমিদাৰ ৰামদাস সেন; পাবনাৰ

হেড্ ক্লাৰ্ক মদনমোহন ৰায় ; বোম্বাইৰ চিভিলিয়ান শ্ৰীপদ বাবাজী ঠাকুৰ, মেঙ্গেলোৰৰ ৰামৰাও ; কলিকতা ইউনিভাৰ্চিটিৰ ফেকাল্টি অৱ্ আৰ্ট্চৰ সভাপতি ডাক্তাৰ কৃষ্ণমোহন বানাৰ্জী ডি-এল্।

মৈমনসিংহৰ পৰা বৰুৱাদেৱ দিনাজপুৰলৈ বদলি হয়, তাৰ পিচত ১৮৭৭ চনত বৰ্দ্ধমানৰ এচিষ্টেণ্ট মাজিষ্ট্ৰেট নিযুক্ত হয়। এই বৰ্দ্ধমানত থাকোঁতেই তেওঁৰ অভিধানৰ প্ৰথম খণ্ড ১৮৭৭ চনৰ মে মাহত প্ৰকাশিত হয়। ইয়াৰ পূৰ্ব্বে তেওঁ ১ম খণ্ড অভিধানৰ ছপোৱা ৬৪ পৃষ্ঠালৈকে ভট্ট মোক্ষমূলাৰলৈ পঠিয়াই দিছিল। মোক্ষমূলাৰে এই কামত বিশেষ সহানুভূতি প্ৰকাশ কৰাত মিঃ বৰুৱা বৰ উৎসাহিত হৈছিল। বৰ্দ্ধমানৰ পৰা আনন্দৰাম বৰুৱা ৰাণীগঞ্জ মহকুমাৰ অধিপতি নিযুক্ত হয়। ইয়াৰ পৰাই তেওঁৰ 'জানকীৰাম ভাষ্য'কে লৈতে কবি ভৱভূতিৰ "মহাবীৰচৰিত" নাটকৰ এটি সংস্কৰণ প্ৰকাশিত হয়। "কলিকতা ইউনিভাৰ্চিটিৰ সংস্কৃত পঢ়া আণ্ডাৰ-গ্ৰেজুৱেটসকলৰ সহচৰ" নামে গ্ৰন্থ এই বছৰতে মিঃ বৰুৱাই উলিয়ায়। ৰাণীগঞ্জৰ পৰা বৰ্দ্ধমান বিভাগৰ কটোৱা মহকুমাৰ অধিপতি হৈ তেওঁ বদলি হয়। তাৰ পিচত খুলনা মহকুমাৰ পৰাকী হয়। এই খুলনাৰ পৰাই ১৮৭৮ চনৰ ফেব্ৰুৱাৰী মাহত "সংস্কৃত সাহিত্যত ভৱভূতিৰ স্থান" নামে এখনি অতি উৎকৃষ্ট সমালোচনা গ্ৰন্থ প্ৰকাশিত হয়। মিঃ বৰুৱাই এইবোৰ সৰুসুৰা গ্ৰন্থ ৰচনাত ব্যস্ত আছিল বুলিও তেওঁৰ অভিধান সংকলনৰ কাম এৰি দিয়া নাছিল। কটোৱা, খুলনা আৰু জাহানাবাদ আদি ঠাইত থাকোঁতে তেওঁ এই অভিধানৰ কামত বৰ আগ্ৰহ আৰু মনোযোগেৰে অগ্ৰসৰ হৈছিল। চিভিলিয়ান কৰ্মচাৰীৰ ইমান দায়িত্বপূৰ্ণ কাম-কাজৰ উপৰিও মিঃ বৰুৱাই এনে হাড়ভঙাকৈ সাহিত্য চৰ্চা কৰিবলৈ পাৰিছিল ই অতি আচৰিত। সেই বুলি চৰ্কাৰী কামত তেওঁ কেতিয়াও আওকণীয়া নাছিল। ১৮৭৮ চনৰ অক্টোবৰ মাহত মিঃ বৰুৱাই জালালাবাদত থাকোঁতে অভিধানৰ দ্বিতীয়

খণ্ড সমাপ্ত হয়। দ্বিতীয় খণ্ডৰ আগতে তেওঁ এখনি "উচ্চ সংস্কৃত ব্যাকৰণ" ছপি দিছে, এই গ্ৰন্থ ৰচনা পিচ বছৰৰ মে মাহতে শেষ হয়।

১৮৭৯ চনৰ জুন মাহত জয়েণ্ট মাজিষ্ট্ৰেট্ আৰু ডেপুটি কলেক্টৰৰূপে মিঃ বৰুৱা দিনাজপুৰলৈ বদলি হয়, তাৰে পৰা ১৮৮০ চনত তেওঁৰ অভিধানৰ তৃতীয় খণ্ড প্ৰকাশিত হয়। এই অভিধানৰ "প্ৰাচীন ভাৰতৰ ভূগোল" নামে এখনি বহুমূলীয়া গ্ৰন্থ সংযোজিত হয়।

আনন্দৰাম বৰুৱাই চিভিলিয়ানৰূপে গৱৰ্ণমেণ্টৰ ওচৰত বিশেষ কাৰ্য্যকুশল কৰ্ম্মচাৰী বুলি সুখ্যাতি লাভ কৰে। সেই সময়ত ভাৰতবাসীৰ ভিতৰত কেইবাজনেও আই-চি-এচ্ পাছ কৰি গৱৰ্ণমেণ্টৰ তলত চাকৰি কৰিছিল। কিন্তু তাৰ সৰহ ভাগেই জজ্ বা এচিষ্টেণ্ট মাজিষ্ট্ৰেট্ স্বৰূপেহে কাম পাইছিল। ভাৰতৰ সৰ্ব্বপ্ৰথম চিভিলিয়ান, কবি ৰবীন্দ্ৰনাথৰ অগ্ৰজ মিঃ সত্যেন্দ্ৰনাথ ঠাকুৰেও জজ্ স্বৰূপে কামৰ পৰা অবসৰ গ্ৰহণ কৰে। কোনো ভাৰতীয় কৰ্ম্মচাৰীয়ে তেতিয়ালৈকে কোনো জিলাৰ সম্পূৰ্ণ ভাৰ নিগাজীকৈ পোৱা নাছিল। এই বিষয়ে ভাৰতৰ সভাসমিতিত আৰু কাকত-পত্ৰে বিশেষ আন্দোলন চলিছিল। এংলো-ইণ্ডিয়ান কাগজ পত্ৰত ইয়াৰ বিৰুদ্ধে বৰ সমালোচনা চলিছিল। কিন্তু এংলো-ইণ্ডিয়ান সম্প্ৰদায়ৰ ভিতৰতো জনচেৰেক উদাৰচেতা ৰাজপুৰুষ আছিল যি সকলে ভাৰতীয়ৰ ওপৰত জিলাৰ ভাৰ সমৰ্পণ কৰাৰ প্ৰস্তাব বিশেষকৈ সমৰ্থন কৰিছিল। তাৰ ভিতৰত ভাৰতৰ প্ৰাচীন তত্ত্ববিদ্ ভাষাপণ্ডিত চিভিলিয়ান চাৰ উইলিয়ম্ হাণ্টাৰৰ নাম লব লগীয়া।

বিলাতৰ পাৰ্লিয়ামেণ্টত ইল্‌বাৰ্ট চাহাবে তেওঁৰ যুগান্তকাৰী প্ৰস্তাব দাঙি ধৰোঁতে চাৰ উইলিয়ম হাণ্টাৰে ১৮৮৩ চনত ইণ্ডিয়া কাউন্সিলত দিয়া বক্তৃতাত কৈছিল,—"ভাৰতবাসী চিভিলিয়ানসকল এতিয়া এনে অৱস্থালৈ আহিছে যে স্বাভাৱিক গতিত তেওঁলোক জিলাৰ বৰচাহাব আৰু চেচন জজ্ হব লাগিবই; আমি তেওঁলোকক বাধাৰে নৈতে একে

সত্ত্ব এনে অধিকাৰ বুলি আশ্বাস দিছোঁ, তথাপি তেওঁলোকৰ প্ৰাপ্য জিলাৰ ভাৰৰ পৰা তেওঁলোক বঞ্চিত হৈছে;—বিশেষতঃ যি জিলাত কোনো ইংলণ্ডীয়ৰ বেহা-বেপাৰ চলিছে বা যি জিলালৈ নকৈ ইংৰাজীয় ব্যৱসায় কাৰবাৰ আহিছে। মই ইয়াত দুটা দৃষ্টান্তেৰে উদাহৰণ দিওঁ, এটা বেঙ্গলত, এটা বোম্বেত। যোৱা জানুৱাৰী মাহৰ ১৭ তাৰিখে এজন ভাৰতবাসী চিভিলিয়ান স্বাভাৱিক গতিতে প্ৰথম শ্ৰেণীৰ মাজিষ্ট্ৰেটৰ ক্ষমতাৰে সৈতে জইণ্ট মাজিষ্ট্ৰেটৰূপে ঢাকা হেন প্ৰধান ঠাইত নিযুক্ত হয়। সেই জানুৱাৰী মাহৰ ২৩ তাৰিখে তেওঁ বেঙ্গল গৱৰ্ণমেণ্টৰ পৰা এই মৰ্মে এখন চিঠি পালে যে সেই হুকুম বদ হ'ল। আৰু উক্ত ভাৰতীয় চিভিলিয়ানজনক এখন অনাগতিয়াল ঠাইলৈ বদলি কৰা হল, কাৰণ ঢাকা আৰু মৈমনসিং ৰেইলওৱে খোলাত ঢাকা জিলালৈ কিছুমান ইউৰোপীয়ান আহিবলৈ ধৰিছে।"

এই দুৰ্ভগীয়া ভাৰতবাসী চিভিলিয়ান জন আছিল মিঃ ৰমেশচন্দ্ৰ দত্ত। কিন্তু ইয়াৰ পূৰ্ব্বেই ভাৰতৰ দেশপ্ৰেমিক কৰ্ম্মীসকলৰ উদ্যোগীয়া আন্দোলনৰ ফলস্বৰূপে ভাৰতীয়ক জিলাৰ ভাৰ দিবলৈ গৱৰ্ণমেণ্ট বাধ্য হয়। ভাৰতীয়ৰ ভিতৰত সৰ্ব্বপ্ৰথম আনন্দৰাম বৰুৱাই জিলাৰ ভাৰ প্ৰাপ্ত হয়। ১৮৮০ খৃষ্টাব্দত মাহচেৰেকৰ কাৰণে মিঃ বৰুৱাই দিনাজপুৰ জিলাৰ মাজিষ্ট্ৰেট আৰু কলেক্টৰৰ কাম কৰে। তাৰ পিচতহে ১৮৮১ চনত এমাহৰ কাৰণে মিঃ বিহাৰীলাল গুপ্তই ৰংপুৰ জিলাৰ ভাৰ পায়। মিঃ ৰমেশচন্দ্ৰ দত্তই ১৮৮১ চনত তিনি মাহৰ বাবে পাবনাত, আকৌ ১৮৮১ চনত তিনি মাহৰ কাৰণে বালাসোৰত মাজিষ্ট্ৰেটৰ কাম কৰে। কিন্তু এই তিনি জন ভাৰতীয়ক এনে উচ্চ আসনত বহুৱাই গৱৰ্ণমেণ্টে যি পৰীক্ষা কৰিব খুজিছিল তেওঁলোকে সেই পৰীক্ষাত ভালকৈ উত্তীৰ্ণ হল। আৰু কতো একো বেমোৰ নলগাই মাজিষ্ট্ৰেটৰ কাম তেওঁলোকে সুকলমে সম্পাদন কৰে। ১৮৮২ চনৰ ডিচেম্বৰ মাহত গৱৰ্ণমেণ্টে

মিঃ বৰুৱা আৰু মিঃ ৰমেশচন্দ্ৰ দত্তক মাজিষ্ট্ৰেট কৰাৰ প্ৰস্তাৱ সমৰ্থন কৰি পত্ৰ লিখে। তেতিয়াৰে পৰা ভাৰতীয় চিভিলিয়ানে জিলাৰ সম্পূৰ্ণ ভাৰ পাই আহিছে। কিন্তু গৱৰ্ণমেণ্টৰ এই নিয়োগ প্ৰণালীত এংলো-ইণ্ডিয়ান পত্ৰ আদি একেবাৰে জ্বলি উঠিল। তথাপি ভাৰতীয়ৰ উন্নতি কামনা কৰা গৱৰ্ণমেণ্ট ন্যায্যমতে ভাৰতবাসীক উচ্চ পদবী দিবলৈ নেৰিলে। আৰু আনন্দৰাম প্ৰমুখে ভাৰতীয় চিভিলিয়ানসকলে বিশেষ উপযুক্ত কৰ্ম্মচাৰী হৈ ভাৰতবাসীৰ পক্ষে এই উচ্চ আসনৰ পথ মোকোলাই দিলে। তাৰ ফলে আজি ভাৰতবাসীসকল একেবাৰে নিঃসঙ্কোচ ভাবে হাইকোৰ্টৰ জজ্, ডিষ্ট্ৰিক্ট জজ্ আৰু মাজিষ্ট্ৰেট্, বিভাগৰ কমিচনাৰ, একজিকিউটিভ কাউন্সিলৰ মেম্বৰ, বিলাতৰ ইণ্ডিয়া কাউন্সিল আৰু প্ৰিভি কাউন্সিলৰ সদস্য আৰু কেবিনেটৰ মেম্বৰ আৰু প্ৰদেশৰ শাসনকৰ্ত্তা নিযুক্ত হব লাগিছে।

সেই সময়ত ভাৰতমাতৃৰ বিশেষ সৌভাগ্য যে দুজন ভাৰতীয় চিভিলিয়ানে দায়িত্বপূৰ্ণ চৰ্কাৰী চাকৰিৰ উপৰিও ভাৰতৰ প্ৰাচীন বস্তু-ৰাজি পোহৰলৈ উলিওৱাত বৰকৈ মন পাৰি লাগিছিল। মিঃ দত্তই ভাৰতৰ ইতিবৃত্ত জগতৰ আগত দাঙি ধৰিছিল, আৰু তেওঁৰ বন্ধু অসম-গৌৰৱ আনন্দৰাম বৰুৱাই সংস্কৃত সাহিত্যৰ গৌৰৱ জগতবাসীক একাণপতীয়াকৈ বিলাইছিল। ইয়াৰ আগলৈকে আনন্দৰাম বৰুৱাই মাথোন অভিধান সংকলন আদি কামতে ব্যস্ত আছিল। তেওঁ এতিয়া ভাবিলে জগতৰ আগত সংস্কৃত সাহিত্যৰ গৌৰৱভাণ্ডাৰ মেলিবলৈ গলে অকল অভিধানেই যথেষ্ট নহয়। সেইদেখি তেওঁ এতিয়া এটি বৃহৎ কাম হাতত ললে। সংস্কৃত ভাষা, ধাতু, ছন্দ, অলঙ্কাৰ, ব্যাকৰণ, শব্দকোষ, ইত্যাদি নানান ভাগত ভগাই সংস্কৃত ভাষাৰ একেবাৰে আভিওৰি মাৰি ভাক কঁহিয়াই কঁহিয়াই এখন বিৰাট গ্ৰন্থ লিখিবলৈ তেওঁ মনন কৰিলে। ইতিমধ্যে আনন্দৰামে ভাৰতৰ পণ্ডিতমণ্ডলী আৰু

ইউৰোপীয় বিদ্বান সমাজত বিশেষকৈ সমাদৰ লাভ কৰিছিল। সংস্কৃত সাহিত্যৰ ওজা ভট্ট মোক্ষমূলাৰ আৰু থিয়ডৰ গোল্ড্‌ষ্টাকাৰ প্ৰমুখ্যে ইউৰোপীয় পণ্ডিতসকলৰ পৰা মিঃ বৰুৱাই বিশেষ সন্মান পাইছিল। গতিকে তেওঁ দুগুণ উৎসাহে এই বিৰাট গ্ৰন্থ সংকলনত মন পাৰি লাগিল।

কিন্তু এই হেন বিৰাট গ্ৰন্থ ৰচনা, এনে দায়িত্বপূৰ্ণ চৰ্কাৰী কাম কৰি সংকলন কৰাটো তেওঁ অসম্ভৱ ভাবিলে, সেই দেখি ১৮৮১ চনৰ মে মাহৰ ৩ তাৰিখৰ পৰা তেওঁ তিনি মাহৰ অনুগ্ৰহৰ বিদায় ললে। তেওঁৰ ইচ্ছা আছিল এই তিনি মাহৰ ছুটিতে সেই বিৰাট গ্ৰন্থৰ ৰচনা কৰিব আৰু অন্যান্য পণ্ডিতৰ লগত আলোচনা কৰি মীমাংসা-সাপেক্ষ কথাবোৰ ঠিৰাং কৰিব। সেই অৰ্থে তেওঁ দিনাজপুৰ এৰি কলিকতালৈ আহিল। আহি তেওঁৰ বিলাতৰ বন্ধু চাৰ তাৰকনাথ পালিতৰ ঘৰত উঠিলহি। তেতিয়া চাৰ তাৰকনাথৰ ঘৰ মিৰ্জাপুৰতহে আছিল। বৰুৱাদেৱে ভাবিছিল যে ৰাজকাৰ্য্যত লাগি থাকি বা কলিকতা মহানগৰীৰ হুলস্থুলত পৰি গ্ৰন্থ ৰচনা বা তাৰ প্ৰণালী নিবন্ধন কৰাটো বিড়ম্বনা মাথোন। সেই দেখি তেওঁৰ কাৰণে এটি সুকীয়া ঘৰ কলিকতাত ঠিক কৰিবলৈ তেওঁৰ বন্ধু চাৰ তাৰকনাথক কলে। এই ঘৰটো কলিকতাৰ ২।১ নং বাগবাজাৰত আছিল। এই ঘৰত মিঃ বৰুৱাই 'মণিৰাম' নামে এটি ছপাখানা স্থাপন কৰে। এই ছপাখানা মাননীয় সুৰেন্দ্ৰনাথ বানাৰ্জ্জীৰ গাওঁ মণিৰামপুৰত কিনা দেখি, আৰু সেই নামে তাৰেক মণিৰামৰ নামো থকাত এই ছপাখানাৰ নাম 'মণিৰাম যন্ত্ৰ' থোৱা হল। পূৰ্ণচন্দ্ৰ চক্ৰবৰ্ত্তী নামে এজন পণ্ডিত মিঃ বৰুৱাৰ ছপাখানাৰ মেনেজাৰ আছিল। এই বাগবাজাৰৰ ঘৰত মিঃ বৰুৱাৰ নিযুক্ত পণ্ডিত সকল বাস কৰিছিল।

তাৰ পাচত মিঃ বৰুৱাই বন্ধুৰ মিঃ বিহাৰীলাল গুপ্তৰ জৰিয়তে-

মহৰমপুৰত এটি ঘৰ কিনে। এই ঘৰটি ৮০০০৲ টকা দি মিঃ বৰুৱাই দনপট চিং ৰায়বাহাদুৰ নামে এজন মাৰোৱাৰীৰ পৰা কিনে। "অৰুণোদয় যন্ত্ৰ" নামে এটি ছপাখানা মিঃ বৰুৱাই ইয়াত স্থাপন কৰে। কামাখ্যা প্ৰসাদ গাঙ্গুলী ইয়াৰ পৰিচালক নিযুক্ত হয়। এই ঘৰ এতিয়া সুপ্ৰসিদ্ধ সদাগৰ শ্ৰীযুক্ত ভোলানাথ বৰুৱাৰ সম্পত্তি। এই ঘৰতে তাহানি ব্ৰহ্মা বজাৰ সেনাপতি বন্দুলাক বৃটিছে বন্দী কৰি থৈছিল। মিঃ বৰুৱাই পাচলৈ এই ঘৰটোৰ কাষৰত থকা মাটী দোথৰ ৰাণী স্বৰ্ণময়ীৰ পৰা কিনি তাত বাগান পাতিবলৈ ধৰিলে।

এই বাগানবাৰীত উৎকট পৰিশ্ৰম কৰি এই বিৰাট গ্ৰন্থ ৰচনা কাষত তেওঁ অলপ অগ্ৰসৰ হল, অন্ততঃ তাৰ প্ৰণালীটো ঠিক কৰিলে। কিন্তু তেওঁ যি গ্ৰন্থ আদি বিচাৰিছিল সেইবোৰ গ্ৰন্থ তেওঁ কলিকতা সংস্কৃত কলেজৰ লাইব্ৰেৰীত বা অন্যান্য ঠাইত বিচাৰি নাপালে। বিলাতৰ বৃটিছ মিউজিয়মৰ প্ৰাচ্যবিভাগ আছে, তাত ভাৰত-সংক্ৰান্ত সকলো গ্ৰন্থ আৰু বিশেষকৈ সকলো সংস্কৃত গ্ৰন্থ ভঁড়ালত থৈ দিছে। তাৰ উপৰিও অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ বডেলিয়ান্ লাইব্ৰেৰীত সংস্কৃত সাহিত্যৰ অক্ষয় ভঁড়াল আছে। বৃটিছ মিউজিয়মৰ প্ৰাচ্য বিভাগৰ তদানীন্তন অধ্যক্ষ মিঃ চেচিল্ বেণ্ডেল্ নিজে এজন সংস্কৃত সাহিত্যৰ ওজা।

আনন্দৰাম বৰুৱাই ভাবিলে যে বিলাতলৈ গলে এই গ্ৰন্থ ৰচনাত বিশেষ সুবিধা হব। বৃটিছ মিউজিয়ম আৰু বডেলিয়ান লাইব্ৰেৰীৰ অক্ষয় গ্ৰন্থভাণ্ডাৰ তেওঁ আলোচনাৰ কাৰণে হাতত পাব। তাৰ উপৰিও তাত মোক্ষমূলাৰৰ পৰা বিশেষ সহায় আৰু দিহাপোহা পাব। ইত্যাদি কাৰণত তেওঁ বিলাতলৈ যোৱাটোকে ঠিক কৰিলে আৰু ফুৰ্লছৰ কাৰ্ণে বা দীঘল বিদায়ৰ কাৰণে গৱৰ্ণমেণ্টলৈ দৰ্খাস্ত দিলে।

আনন্দৰাম বৰুৱাৰ দৰ্খাস্ত মঞ্জুৰ হল। তেওঁ ১৮৮১ চনৰ ১৩ নবেম্বৰৰ পৰা আৰম্ভ কৰি ফুৰ্লছৰ কাৰ্ণে পালে। তেওঁ ছুটি লৈ গোনতে

কিছুদিন সংস্কৃত চৰ্চ্চাৰ কাৰণে বহৰমপুৰৰ বাগানবাৰীত গ্ৰন্থ ৰচনাত কটালে, আৰু তেওঁৰ বিৰাট গ্ৰন্থাৱলীৰ দশমভাগ অৰ্থাৎ পিঙ্গলসূত্ৰৰ ভাঙনি আৰু সমালোচনাৰে সৈতে সংস্কৃত ছন্দ বিষয়ক প্ৰবন্ধখনি ১৮৮২ চনৰ অক্টোবৰ মাহত প্ৰকাশ কৰে আৰু সমানদীৰ যুকুতে এই কিতাপৰ পাতনি লিখে। আনন্দৰামে দেখিলে যে এই দৰে গ্ৰন্থ প্ৰকাশ কৰিবলৈ হলে নিজৰ ছপাখানা থাকিলে বহুত সুবিধা, সেই দেখি তেওঁ এটি বহুমূলীয়া ছপাখনা কিনি নিজৰ পুথি-পাজি ছপাবলৈ সুচল কৰি লৈছিল। আমি আগেয়ে কৈ আহিছো এই ছপাখনাৰ নাম তেওঁৰ ভায়েকৰ নামৰ অনুসৰি "মণিৰাম যন্ত্ৰ" থৈছিল। তাৰ পিচত তেওঁ বিলাতলৈ যাত্ৰা কৰে। তেওঁ বিলাতলৈ এই দ্বিতীয়বাৰ গৈ তাৰ দৃশ্য আদি চাই লাহৰিলাইত মজি কাল কটাবলৈ ভাল নেপালে। পোনৰবাৰৰ দৰে এইবাৰো তেওঁ বিদ্যাৰ্থী হৈ বিলাতলৈ যাত্ৰা কৰিছিল। তেওঁ জাৰ্মানিৰ সংস্কৃত পণ্ডিত-সকলৰ সৈতে দেখা-সাক্ষাৎ কৰি তেওঁলোকৰ পৰা উপদেশ আৰু মন্তব্য বিনীতভাৱে গ্ৰহণ কৰি সংস্কৃত শব্দশাস্ত্ৰ আৰু ব্যাকৰণৰ আলোচনাত লাগিছিল। তাৰ পিচত বিলাতলৈ গৈ বৃটিছ মিউজিয়ম আৰু বডেলিয়ান লাইব্ৰেৰী আদিত সংস্কৃত সাহিত্য সংক্ৰান্ত সকলো গ্ৰন্থ পঢ়ি মেলি নিজৰ বিৰাট গ্ৰন্থ ৰচনাৰ সঁজুলি গোটাইছিল। এই উভয়ত বৃটিছ মিউজিয়মৰ প্ৰাচ্যবিভাগৰ মিঃ চেচিল বেণ্ডেল আৰু বডেলিয়ান লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান মিঃ নিকলচনৰ পৰা বিশেষ সহায় পাইছিল। এইবাৰ আৰু এজন সংস্কৃত সাহিত্যত সুপণ্ডিত ডাক্তাৰ ৰেইনল্ড-ৰষ্টে বৰুৱাক বিশেষ সহায় দিছিল। ডাক্তাৰ ৰষ্ট ইণ্ডিয়া অফিচৰ গাত লগা লাইব্ৰেৰীৰ অধ্যক্ষ আছিল। তেওঁ বৰুৱাৰ গ্ৰন্থ ৰচনাত নিতৌ সহায় কৰিবৰ মনেৰে তেওঁৰ হৈ পুৰণি কিতাপ আৰু হাতে-লিখা পুথি বিচাৰি উলিয়াই দিছিল। কৃতজ্ঞ বৰুৱাইয়ো এই তিনিজন সাহিত্যানুৰাগী পণ্ডিতলৈ বিশেষকৈ তেওঁৰ "নানাৰ্থ সংগ্ৰহ"ৰ পাতনিত কৃতজ্ঞতা জনাইছিল।

বিলাতত থকা কালত মিঃ বৰুৱাই অতিচাৰ পৰিশ্ৰম কৰিবলৈ বাধ্য হৈছিল। চিঠি পত্ৰ লিখা, কিতাপৰ নোট বখা আদি কাম তেওঁৰ ইমান গধুৰ হৈ পৰে যে তেওঁক সহায় কৰিবলৈ এগৰাকী ইংৰাজ মহিলাক নিজৰ প্ৰাইভেট চেক্ৰেটৰী ৰূপে নিযুক্ত কৰিবলৈ বাধ্য হৈছিল। তাৰ উপৰিও মিঃ বৰুৱাই অক্সফোৰ্ড বিশ্ববিদ্যালয়লৈ ঘনাই যাব লগা হৈছিল। সেই সময়ত অক্সফোৰ্ডত সংস্কৃত সাহিত্যাচাৰ্য্য ভট্ট মোক্ষমূলাৰ স স্কৃতৰ অধ্যাপক আছিল, আৰু বৰুৱাদেৱক তেওঁ বিশেষকৈ সহায় কৰিছিল। ভট্ট মোক্ষমূলাৰে বৰুৱাদেৱৰ এই বৃহৎ অনুষ্ঠানৰ কথা শুনি আচৰিত মানিছিল আৰু কৈছিল,—"আপুনি সংস্কৃত ভাষাক নানান ভাগত ভগাই প্ৰতি ভাগকে পুঙ্খানুপুঙ্খকৈ আলোচনা কৰি যাৰ খণ্ডত যি বিৰাট গ্ৰন্থ লিখিবৰ আয়োজন কৰিছে, সি বাস্তবিকতে এটা অলৌকিক কাণ্ড। ইয়াৰ কেছোৱামান ওলালেও জগতৰ বিদ্বান সমাজৰ বিশেষ উপকাৰ হব, আৰু সংস্কৃত সাহিত্যৰ গৌৰৱ বহুগুণ বাঢ়িব। এনে হেন গ্ৰন্থ সংকলন কৰি প্ৰকাশিত কৰা এজন পুৰুষৰ জীৱনৰ কাম নহয়।"

মিঃ বৰুৱাৰ দ্বিতীয় বাৰ বিলাত প্ৰবাস কালত ভাৰতৰ সুপ্ৰসিদ্ধ বৈজ্ঞানিক স্বদেশহিতৈষী ঋষি চাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে তেতিয়া লণ্ডন ইউনি-ভাৰ্চিটিৰ বিজ্ঞান-বিভাগত ৰসায়ন চৰ্চ্চা কৰিছিল। ডাঃ ৰায়ে মিঃ বৰুৱাক কেবাবাৰো লগ পাইছিল। ডাক্তাৰ ৰায়ে স্বৰচিত "হিন্দুৰসায়ন শাস্ত্ৰৰ ভূমিকাত মিঃ বৰুৱাৰ গ্ৰন্থৰপৰা প্ৰমাণমূলক টোকা তুলি দিছে।

আনন্দৰাম বৰুৱাই ১৮৮৩ চনৰ চেপ্তেম্বৰ মাহলৈকে বিলাতত থাকে; তাৰ পাচত তেওঁৰ গ্ৰন্থৰ সকলো আহিলা-পাতি গোটাই লৈ পুনৰ ভাৰতলৈ যাত্ৰা কৰে আৰু ১৮৮৩ চনৰ অক্টোবৰ মাহৰ ১৩ তাৰিখে ভাৰতৰ উপকূলত পদাৰ্পণ কৰে। আকৌ এইবাৰ তেওঁ জইণ্ট মাজিষ্ট্ৰেট আৰু ডেপুটী কলেক্টৰ ৰূপে চট্টগ্ৰামত নিযুক্ত হয়। তাৰেপৰা তেওঁ "সৰস্বতী কণ্ঠাভৰণ" নামে ভোজৰাজ বিৰচিত অলঙ্কাৰ গ্ৰন্থৰ এখনি সটীক সংস্কৰণ

প্ৰকাশ কৰে। তাৰ পিচত তেওঁ বংশীহৰলৈ বদলি হয়। আগৰ 'শৰৎ-চন্দ্ৰ কণ্ঠাভৰণ'ৰ সংস্কৰণখন ডাঙৰ হোৱাত আৰু ছাপাৰ আৰু মূল্যৰ আদি সংস্কৃত শিক্ষাকেন্দ্ৰৰ ছাত্ৰসকলৰ কাৰণে তাৰ দাম কিছু পৰিমাণে অতিৰিক্ত হোৱাত মিঃ বৰুৱাই এখনি সৰু সংস্কৰণ বংশীহৰৰ পৰা প্ৰকাশিত কৰে। তাৰ পিচত বৰুৱাদেৱ নোৱাখালীলৈ যায়।



# নোৱাখালীত মাজিষ্ট্রেট্

বহুত আন্দোলনৰ মূৰত ভাৰতবাসী চিভিলিয়ানসকলে কেনেকৈ জিলাৰ ভাৰ পাইছে আমি তাক ইতিপূৰ্ব্বে কৈ আহিছোঁ। ১৮৮৪ চনৰ মে মাহত আনন্দৰাম বৰুৱা নোৱাখালীৰ মাজিষ্ট্রেট্ নিযুক্ত হয়। ইয়াৰ আগেয়ে নোৱাখালীবাসীয়ে বৰুৱাদেৱৰ পাণ্ডিত্য আৰু সৌজন্যৰ কথা ভালকৈ শুনিছিল, আৰু এজন ভাৰতীয় তেওঁলোকৰ বৰচাহাব স্বৰূপে আহিব এই কথাত নোৱাখালীবাসী উত্ৰাৱল হ'ল। আনন্দৰাম বৰুৱাই নোৱাখালী জিলাৰ এলাকাত ভৰি দিয়া মাত্ৰকে ৰাইজে তেওঁক অভিনন্দন-পত্ৰ দি অভ্যৰ্থনা জনায়।

সেই সময়ত নোৱাখালীবাসীৰ ভিতৰত দলাদলিয়ে নোৱাখালীৰ উন্নতিৰ পথত বৰ অন্তৰায় ঘটাইছিল। উকীল আৰু চৰ্কাৰী কৰ্ম্মচাৰী-সকলৰ ভিতৰত বিশেষ মিলাপ্ৰীতি নাছিল। উকীলসকলে এঠাইত মিলি বাৰোৱাৰী দুৰ্গাপূজা কৰিছিল, মুন্সিফসকলে অন্যান্য ৰাজকৰ্ম্মচাৰী-সকলেৰে সৈতে আন এঠাইত পাতিছিল। তাৰ উপৰি জিলাৰ মাজিষ্ট্রেট চাহাবক কোনে বেচিকৈ সন্তোষ লগাব পাৰে সেই বিষয়ে সকলোৰ ভিতৰত ঘোৰ প্ৰতিযোগিতা চলিছিল। বৰুৱাৰ পূৰ্ব্বে নোৱাখালীত মিঃ কুক্ নামে এজন চাহাব মাজিষ্ট্রেট আছিল। কুক্ চাহাবক সন্তোষ দি তেওঁৰ পৰা ধন্যবাদ আৰু প্ৰশংসা লাভ কৰা চেষ্টা ইমান দূৰ আগ-বাঢ়িছিল যে কৰ্ম্মচাৰীসকলে নিজ ঘৈণীয়েকৰ হতুৱাই মিঠাই আদি তৈয়াৰ কৰি চাহাবলৈ উপহাৰ দি এই মৰ্ম্মেৰে চিঠি লিখিছিল,—"মোৰ আজলি পত্নীয়ে অনাহাৰে টোপনি কাতি কৰি অশেষ পৰিশ্ৰমেৰে নিজ হাতেৰে তৈয়াৰ কৰি হুজুৰলৈ এই সামান্য জলপান পঠিয়াইছে। হুজুৰে গ্ৰহণ নকৰিলে বেচাৰিৰ অন্তৰ ছাৰখাৰ হব। তিনিকলৰ পত্নী মিঠাই

কৰাত পাকৈত নাছিল তেওঁলোকে দোকানৰ পৰা কিনি আনি নিজৰ ভিকতাৰ হাতে কৰা বুলি গ্ৰহণ কৰিবলৈ অনুৰোধ কৰি চাহাবলৈ পঠিয়াইছিল। নোৱাখালীৰ খাঁচমহলৰ মেনেজাৰ মৌলবী এজনে চাহাবক হাত কৰিবলৈ বৰ যত্ন কৰিছিল। দুৰ্ভাগ্যক্ৰমে তেওঁৰ সহধৰ্ম্মিণী নাছিল। এদিন তেওঁ কুক্ চাহাবৰ ভৰিৰ ওচৰত বহি জেপৰ পৰা পাটৰ ৰুমাল উলিয়াই চাহাবৰ ভৰিৰ জোখ ললে। চাহাব স্তম্ভিত হওঁতে মেনেজাৰে বুজাই দিলে,—"হজুৰৰ কাৰণে এজোৰ উলৰ জোতা কৰিবলৈ মোৰ ঘৰৰ পৰা হজুৰৰ সুবৰ্ণ চৰণৰ জোখ বিচাৰিছে।" তাৰ পাচত মেনেজাৰে চিনা দোকানীৰ পৰা এজোৰ জোতা কিনি আনি আজলি ভনীয়েকৰ উপহাৰ বুলি চাহাবক দিলে। চাহাবে ধন্যবাদ দি আৰু শিল্পিনীৰ কাৰু-কাৰ্য্য প্ৰশংসা কৰি মেনেজাৰলৈ এখন দীঘল চিঠি লিখিলে। মেনেজাৰে সগৌৰৱে বন্ধুবান্ধৱক সেই পত্ৰ দেখুৱাবলৈ ধৰিলে। নোৱাখালীবাসীয়ে কিন্তু এই কথা ভালকৈ জানিছিল যে সেই মেনেজাৰ মৌলবীৰ ভনী এজনীও নাছিল।

আনন্দৰাম নোৱাখালীলৈ যোৱা শুনি নোৱাখালীবাসীয়ে সুখৰ দিন আহিছে বুলি ভাবিলে। নোৱাখালীলৈ যাওঁতে তেওঁক যি অভিনন্দন পত্ৰ দিয়া হয় তাত এইবোৰ ভাব প্ৰকাশ পাইছিল,—নোৱাখালীৰ সম্ভ্ৰান্তসকলৰ মাজত বিবাদ বিসম্বাদ লগাত দুখুনী নোৱাখালী একেবাৰে ৰসাতললৈ গৈছে, আনন্দৰামৰ আগমনত নিৰানন্দ নোৱাখালীৰ অন্তৰত পুনৰ আনন্দৰ সোঁত বব।

নোৱাখালীবাসী এই আশাত বিফলমনোৰথ নহল। নোৱাখালীৰ উন্নতিৰ কাৰণে মিঃ বৰুৱাই অশেষ যত্ন কৰিছিল। নোৱাখালীলৈ অহাযোৱা সুচল কৰিবৰ কাৰণে বৰিশাল আৰু নোৱাখালীৰ মাজত মিঃ বৰুৱাই কৰ্তৃপক্ষৰ লগত লিখালিখি কৰি এখন জাহাজ চলায়,—সেই জাহাজ এতিয়াও চলিছে। শোনতে নোৱাখালীৰ ডিষ্ট্ৰিক্ট বোৰ্ডে

ষ্টীমাৰ কোম্পানীৰ সাহায্যৰ কাৰণে মাহে আঢৈ-শ টকা মঞ্জুৰ কৰে। কিন্তু সেই সাহায্য বেচি দিন দিব লগাত নপৰিল। অলপ দিনৰ মূৰতে ষ্টীমাৰ কোম্পানীৰ অজস্র লাভ হল। তাহানি ১৮৪৬ চনত পোনতে অসমলৈ জাহাজ আহোঁতে নৈৰ দুই পাৰে মানুহবে দলদোপ-হেন্দোলদোপ হৈছিল, আৰু অজলা অসমীয়াই সেৱা-পূজাৰ সম্ভাৰ লৈ জাহাজৰ মহা-শক্তিৰ উদ্দেশ্যে পানীত পুষ্পাঞ্জলি অৰ্পণ কৰিছিল। সেইদৰে নোৱাখালীলৈ আৰু নোৱাখালীৰ পৰা ষ্টীমাৰ যাওঁতে বাটত বহুদূৰৰ মানুহ গোট খাই জৈ-ধ্বনি কৰি শঙ্খ কাঁহ ঘণ্টা বজাইছিল আৰু ষ্টীমাৰৰ অৰ্থে পূজা-পাটল দি সাষ্টাঙ্গে প্ৰণিপাত কৰিছিল। এনেকি জাহাজখন ভালকৈ চাই লবৰ মনেৰে চাৰেঙ্গক ধন দি জাহাজ থমাবলৈ নাইবা লাহে-লাহে চলাবলৈ অনুৰোধ কৰিছিল। এইদৰে মিষ্টাৰ বৰুৱাৰ যত্নত নোৱাখালীত এটি নতুন যুগৰ প্ৰবৰ্ত্তন হয়।

নোৱাখালীৰ ৰাস্তাৰ কিনাৰৰ নৰ্দ্দমাবিলাকৰ বিশেষ সুবন্দোবস্ত নাছিল। ভাল নৰ্দ্দমা নোহোৱাত পানী আৰু মলা জমি তাৰ দুৰ্গন্ধ ওলাই সাধাৰণৰ স্বাস্থ্যহানি ঘটাইছিল। মিঃ বৰুৱাৰ দিনত সেই নৰ্দ্দমাবোৰৰ এনে উন্নতি হয় যে বাৰিষাৰ দিনতো এটোপা পানীও ক'তো নৰৈছিল। মিঃ বৰুৱাৰ দিনতে নোৱাখালীৰ পায়খানা প্ৰণালীৰো বিশেষ উন্নতি হয়। তাৰ প্ৰত্যেক পৰিয়ালৰ ঘৰৰ ওচৰতে এটা পুৰুষানুক্ৰমে গাত আছিল, তাতে সকলো মলা জমা হৈছিল। এই কূঁৱা পায়খানাৰ পৰা স্বাস্থ্যহানিৰ কিমান আশঙ্কা তাক নকলেও হব। মিঃ বৰুৱাই হুকুমজাৰী কৰি নোৱাখালীৰ মানুহৰ ঘৰে-ঘৰে আধুনিক প্ৰণালীৰ পায়খানা সজোৱায়, আৰু নোৱাখালীত মেটৌৰ নোহোৱাত বেহাৰৰ পৰা মেটৌৰ আনি চকা কৰা কামত লগাই দিয়ে।

এইবোৰৰ উপৰিও মিঃ বৰুৱাই নোৱাখালীৰ অন্যান্য উপকাৰ সাধি যায়। নৈৰ কিনাৰত থকা মাটী বা পানীৰ মাজৰ চৰৰ পৰাক

আৰু খাজনা লৈ ৰাজস্ববিভাগত নানান জটিল প্ৰশ্ন উঠি থাকে। মাটী পানীৰ তলত পৰি-অদৃশ্য হলেও প্ৰায় খাজনা দিব লগাত পৰিছিল। বৰুৱাৰ দিনত এই জলমগ্ন মাটী, নয়াবাদ, আৰু চৰৰ বিষয়ে এটি সৰল মীমাংসা হয়; তাৰপৰা দুখীয়া ৰায়তে বহুত নিস্তাৰ পায়।* ইয়াৰ কাৰণে চট্টগ্ৰাম বিভাগৰ কমিচনাৰ লুইচ চাহাবৰ পৰা মিঃ বৰুৱাই বিশেষ প্ৰশংসা লাভ কৰে।

১৮৮৫ চনৰ এপ্ৰিল মাহৰ সাত তাৰিখে আনন্দৰাম বৰুৱা কলিকতা বিশ্ববিদ্যালয়ৰ 'ফেলো' বা সদস্য নিযুক্ত হয়। বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষসকলৰ এই বাচনি অতি উপযুক্ত হৈছিল, বিশ্ববিদ্যালয়ৰ সদস্য শাৰীত বহি শিক্ষা সাহিত্য আৰু ভাৰতীয় ছাত্ৰৰ উন্নতিৰ বিষয়ে আলোচনা কৰিবলৈ মিঃ বৰুৱাতকৈ উপযুক্তজন আন নাছিল। যিজনৰ গোটেই জীৱন জ্ঞান আৰ্জনত অতিবাহিত হৈছিল, তেওঁ বিশ্ববিদ্যালয়ৰ জ্ঞানমন্দিৰত আসন নোপোৱাটোহে বৰ আচৰিত কথা হলহেঁতেন। তেওঁক ফেকাল্টি অব্ আৰ্ট্‌চৰ সভ্য নিযুক্ত কৰা হয়। তেওঁ আজৰি পালে মফচলৰ পৰা আহি বিশ্ববিদ্যালয়ৰ আলোচনা আদিত যোগদান কৰিছিল; আৰু সেই ছলতে কলিকতা নগৰীত থকা মহামহোপাধ্যায় মহেশচন্দ্ৰ ন্যায়ৰত্ন, দেশপূজ্য ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, প্ৰত্নতত্ত্ববিদ্ ডাক্তাৰ ৰাজেন্দ্ৰলাল মিত্ৰ প্ৰমুখ্যে সংস্কৃত পাণ্ডিত্যৰ শিৰোমণিসকলক দেখা কৰিছিল। তাৰ লগে-লগে কলিকতাত থকা অসমীয়া ছাত্ৰৰ 'মেচ' বা ছাত্ৰাবাসলৈ গৈ তেওঁলোকক নানান প্ৰকাৰে উৎসাহ দিছিল। তেওঁ কলিকতালৈ আহি প্ৰায় ডেল্‌হাউচি স্কোৱাৰত থকা গ্ৰেট ইষ্টাৰ্ণ হোটেলত বাস কৰিছিল। পদুলী হলে কলিকতাৰ পুৰণি কিতাপৰ দোকানবিলাকত যুবা সাহিত্যসেৱী আৰু প্ৰাত্নিকসকলৰ বিশেষ আমোদৰ বস্তু। মিঃ বৰুৱাই কলিকতালৈ আহিলেই এই পুৰণা কিতাপৰ দোকানবিলাক চাটি ফুৰিছিল। মিঃ এস-চি-আড্‌ডৰ দোকানলৈ তেওঁ প্ৰায়ে গৈছিল।

এই দোকানৰ বৃদ্ধ মেনেজাৰ আৰু আন আন দোকানৰ গৰাকীসকলে এতিয়াও বৰুৱাৰ নাম লয়।

১৮৮৫ চনৰ অক্টোবৰ মাহত মিঃ বৰুৱা আকৌ নোৱাখালীৰ পৰা বদলি হৈ ত্ৰিপুৰালৈ গ'ল। তাৰ পাচত ১৮৮৬ চনৰ ফেব্ৰুৱাৰী মাহত তেওঁ বগুৰা জিলাৰ মাজিষ্ট্ৰেট নিযুক্ত হয়। নোৱাখালী, ত্ৰিপুৰা আৰু বগুৰাত থাকোঁতে মিঃ বৰুৱাই সেই বিৰাট গ্ৰন্থ ৰচনাৰ কাৰণে বৰ মন পাবি লাগে। আৰু সেই কাম কৰোঁতে তেওঁৰ ইমান পৰিশ্ৰম হয় যে অৱশেষত ১৮৮৬ চনৰ ডিচেম্বৰ মাহত তেওঁ তিনি মাহৰ অনুগ্ৰহৰ বিদায় লবলৈ বাধ্য হয়।

ছুটিৰ অন্তত ১৮৮৭ চনৰ ফেব্ৰুৱাৰী মাহত মিঃ বৰুৱা আকৌ মাজিষ্ট্ৰেট স্বৰূপে নোৱাখালীলৈ বদলি হয়। তেতিয়া তেওঁৰ দৰ্মহা ৯০০৲ টকা, আৰু তেওঁ ৪০০৲ টকা এলাউন্স বা ওপৰঞ্চি পাইছিল। সেই বছৰৰ এপ্ৰিল মাহত তেওঁ দ্বিতীয় শ্ৰেণীৰ মাজিষ্ট্ৰেট নিযুক্ত হয়।

নোৱাখালীলৈ গৈ আনন্দৰামে এটি বৃহৎ অনুষ্ঠান আৰম্ভ কৰিবলৈ মন মেলে। তেওঁ দুই তিনি লাখ টকা তুলি নোৱাখালীৰে সৈতে ইংলণ্ড আৰু আমেৰিকাৰ লগত বেহাবেপাৰ কৰি নোৱাখালী জিলাৰ সমৃদ্ধি বঢ়াবলৈ প্ৰস্তাৱ কৰিলে। নোৱাখালীৰ মুখিয়াল ভদ্ৰলোক-সকলে সৰ্ব্বান্তঃকৰণে এই প্ৰস্তাৱত যোগ দিলে। জিলাৰ জমিদাৰ আৰু অন্যান্য ধনী মানুহ মাতি মিঃ বৰুৱাই এখন ডাঙৰ সভা পাতিলে। তাত তেওঁ নিজে দুহেজাৰ টকা চান্দা চহি কৰিলে। আৰু জমিদাৰ-সকলেও যথাসাধ্য ধন দিবলৈ আগবাঢ়িল। কিন্তু দুৰ্ভাগ্যবশতঃ দুই তিন লাখ টকাৰ ঠাইত কেৱল আধালাখ মানহে টকা চান্দা উঠিল, আৰু মিঃ বৰুৱাৰ বিপুল প্ৰস্তাৱ বাণিজ্য বিষয়ত তেতিয়ালৈকে অনিপুণ বঙ্গালীৰ লগত পৰি ছাৰখাৰ হৈ গল।

নোৱাখালীত মাজিষ্ট্ৰেট থকা কালত মিঃ বৰুৱা নোৱাখালীবাসীৰ

বিশেষ প্রিয়পাত্র হৈছিল। ইয়াৰ কাৰণ, মিঃ বৰুৱাই অকল এজলাচত বহি কলম চলাইয়ে ক্ষান্ত নাছিল, তেওঁ প্ৰজাৰ উপকাৰৰ অৰ্থে নানান সৎ অনুষ্ঠান কৰিছিল। নোয়াখালীৰ উকীল বাবু যশোদাকুমাৰ ঘোষ ডাঙৰীয়াৰ ভায়েক পালি ভাষাত সুপণ্ডিত বন্ধুবৰ শ্ৰীযুক্ত মহেন্দ্ৰকুমাৰ ঘোষ এম্-এ, বি-এলৰ পৰা মই শুনিছোঁ যে মিঃ বৰুৱাই কুমিল্লাৰ ভোলাই পৰগণাত এখন হাট বহুৱাইছিল, আৰু পানীৰ কষ্ট গুচাবৰ অৰ্থে তাত এটা পুখুৰী খানি দিছিল। সেই হাট আৰু পুখুৰী এতিয়াও 'বৰুৱাৰ বজাৰ' আৰু 'বৰুৱা দীঘি' নামে বিখ্যাত। আমি শুনিছো ছোৱালী-বিলাকৰ শিক্ষাৰ সুচলৰ কাৰণে মিঃ বৰুৱাই নোয়াখালীত এখনি বালিকা বিদ্যালয় স্থাপন কৰে। এই স্কুলটি এতিয়া নোয়াখালী 'জুবিলী গাৰ্ল স্কুল' নামে প্ৰসিদ্ধ। আৰু এই স্কুলত পোনপ্ৰথমে মিঃ বৰুৱাই তেওঁৰ সুপৰিচিত পণ্ডিত অন্নদাচৰণ তৰ্কচূড়ামণিক প্ৰধান শিক্ষক নিযুক্ত কৰে।

আনন্দৰাম বৰুৱা বাইজৰ প্ৰিয়পাত্ৰ হোৱাৰ আৰু এটি কাৰণ এই যে তেওঁ কাকো ভাতে নেমাৰিছিল। কোনোবাই কিবা অগৰ লগালে, তেওঁক ভৎ'সনা কৰি সংশোধন কৰিবলৈ তেওঁ চেষ্টা কৰিছিল, কিন্তু কাকো পদচ্যুত কৰি বংশপৰিয়াল আশ্ৰিতসকলক নাস্তং-নবস্তং কৰি বিপদত নেপেলাইছিল। এই গুণত নোয়াখালীবাসী একেবাৰে মুগ্ধ হৈছিল। এই বিষয়ে 'তৰ্ক-বিজ্ঞান' ৰচয়িতা ডেপুটী মাজিষ্ট্রেট ৰায়বাহাদুৰ শ্ৰীযুক্ত প্ৰকাশচন্দ্ৰ সিংহ বি-এ ন্যায়বাগীশ ডাঙৰীয়াই এটি গল্প কৈছিল।—

প্ৰকাশবাবু নোয়াখালীত থাকোঁতে মিঃ বৰুৱাৰ এজন তলতীয়া কৰ্মচাৰীয়ে এটি বৰ দায়লগা অগৰ কৰে। এই কৰ্মচাৰীৰ এটি বৃহৎ পৰিয়াল আছিল। অপৰাধী কৰ্মচাৰী জনে ভাবিলে তেওঁৰ এইবাৰ আৰু নিস্তাৰ নাই, তেওঁৰ গোটেই পৰিয়ালৰ সৈতে বাটৰ ভিকাৰী

হব লাগিব। কিন্তু দয়ালু প্ৰজাৰঞ্জক শাসনকৰ্ত্তা মিঃ বৰুৱাই তেওঁক মাথোন ভৎ´সনা কৰিয়েই এৰি দিলে, আৰু আগলৈ যাতে এনে জগৰ নলগায় সেই বিষয়ে সাৱধান কৰি দিলে। অপৰাধী কৰ্ম্মচাৰীজন একেবাৰে অভিভূত হৈ মিঃ বৰুৱাৰ চৰণত পৰি সাষ্টাঙ্গে প্ৰণিপাত কৰিলে, আৰু আগলৈ অতি সাৱধানে জগৰ নলগাকৈ কাম কৰিবলৈ ধৰিলে।

মিঃ বৰুৱাৰ বদান্যতা গুণো কোনো প্ৰকাৰে কম নাছিল। আমি শুনিছোঁ, তেওঁৰ দুৱাৰমুখত এপাচি চাউলৰ সৈতে এটা দাৰোৱান সদায় থিয় হৈ থাকে, আৰু কোনো ভিক্ষাৰী আহিলে তুৰন্তে ভিক্ষা লাভ কৰিছিল। তেওঁ বহুত দুখীয়া ছাত্ৰকো আৰ্থিক সহায় দি পঢ়োৱাৰ কথা শুনা যায়। তেওঁ হেনো এজন বঙ্গালী বুদ্ধিমন্ত ছাত্ৰক খৰছ দি বিলাতলৈকো পঠিয়াইছিল, আৰু বিলাতত থকা আৰু শিক্ষা আদিৰ খৰছ তেওঁ নিজে বহন কৰিছিল। নিজৰ ভায়েক মণিৰাম বৰুৱাক বিলাতত তেওঁ শিক্ষা দিছিল, কিন্তু মণিৰামে কৃতবিদ্য হৈ বিলাতৰ পৰা ওভতি আহিব নোৱাৰিলে। সেইদেখি তেওঁ এই বুদ্ধিমন্ত বঙ্গালী ছাত্ৰটিক নিজ খৰছেৰে পঢ়াই পৰীক্ষা চাইছিল। এই বঙ্গালী ছাত্ৰজন নো কোন আৰু তেওঁ পাচলৈ কি হ'ল সেই বিষয়ে আমি একো ভু পোৱা নাই। প্ৰতি দেওবাৰে মিঃ বৰুৱাই দহ টকাৰ পইচা ভঙাই ভিক্ষাৰী মগনীয়াক বিলাই দিছিল।

মিঃ বৰুৱাই সংস্কৃত সাহিত্য আলোচনা কৰাত এটি কথা ভালকৈ বুজিছিল যে তেওঁ অকলে নিঃসঙ্গ ভাবে তেনে কাম কৰি উঠাটো টান। এটা শ্লোকৰ সৈতে আন এটা শ্লোক বিজাই চোৱা, তেওঁৰ ৰচনা আদি নকল কৰি দিয়া, ইত্যাদি কামৰ নিমিত্তে তেওঁৰ এখনি পণ্ডিত-সভা আছিল। নোৱাখালীবাসীসকলৰ মাজত এই পণ্ডিত-সভা 'পঞ্চৰত্ন সভা' নামে সুপ্ৰসিদ্ধ, কাৰণ ইয়াত পাঁচ জন কৃতবিদ্য পণ্ডিতে আসন লাভ

কৰিছিল। আজি-কালি অনাদৃত সংস্কৃত পাণ্ডিত্যৰ মোল বুজা মিঃ বৰুৱাই এই পণ্ডিতসকলক উপযুক্তৰূপে বানচ দিছিল। কোনোৱে তিনি-কুৰি টকা দৰ্শনী পাইছিল, কোনোৱে চাৰিকুৰিকৈ, কোনোৱে দশ, আৰু উপযুক্ত হলে সভাপতি পণ্ডিতজনে বেছিকৈও দৰ্শনী পাইছিল। এই পণ্ডিতসভাৰ মুখিয়াল সভ্য শ্ৰীযুক্ত অন্নদাচৰণ তৰ্ক-চূড়ামণিক বৰুৱাদেৱে স্বপ্ৰতিষ্ঠিত বালিকা বিদ্যালয়ৰ অধ্যক্ষ কৰি দিয়ে। তাৰ পাচত এওঁ কাশীৰ চেণ্ট্ৰেল হিন্দু কলেজৰ সংস্কৃতৰ অধ্যাপকৰূপে কালেমান দিন চাকৰী কৰে। পণ্ডিত তৰ্কচূড়ামণিয়ে বৰুৱাৰ মৃত্যুৰ দহবছৰৰ পাছত কাশীত পঢ়া অসমীয়া ছাত্ৰসকলক এবাৰ কৈছিল,—"বৰুত দুখীয়া ছাত্ৰক মিঃ বৰুৱাই মাহিলি বৃত্তি দি সহায় কৰিছিল। পণ্ডিত সভাত এশমান সংস্কৃত বিদ্যাৰ্থী আছিল। মোক তেঁওখেতে মাহে ১০০ টকা দক্ষিণা আগবঢ়াইছিল। কিন্তু মই কোনোবাৰেই টকা লব নোৱাৰিছিলোঁ। তেখেতৰ নিচিনা পুৰুষৰ সঙ্গ পোৱাটোৱে মোৰ পক্ষে ডাঙৰ গৌৰৱ বুলি কৈছিলোঁ। কেতিয়াবা লম বুলি তেখেতৰ হাততে জমা কৰি থবলৈ কৈছিলোঁ।" এই পণ্ডিত সভাৰ আৰু এজন পণ্ডিত আনন্দচন্দ্ৰ তৰ্কবাগীশ। তেওঁ পাচলৈ কলিকতা নগৰীত বসতি কৰি নিজৰ পাণ্ডিত্যৰ গুণেৰে বিদ্বান সমাজত বিশেষ সমাদৰ লভিছিল। এই পণ্ডিতসকলক মিঃ বৰুৱাই মাজে-মাজে কলিকতাৰ বাগবাজাৰৰ ঘৰত থৈছিল।

নোৱাখালীত থাকোঁতে আনন্দৰাম বৰুৱাই বঙ্গদেশৰ আৰু এটি হিতকৰ কাৰ্য্য হাতত লৈছিল। গোটেই বঙ্গদেশত নামত একেটি বঙ্গালী ভাষা প্ৰচলিত হলেও সেই ভাষাৰ ঠাইভেদে এনে ৰূপান্তৰ ঘটিছে যে পূৰ্ববঙ্গৰ এজন সৰল চহা মানুহে খাচ কলিকতীয়া ভাষা কেতিয়াও বুজি নেপায়। বঙ্গালীৰ ভিতৰত চিন্তাশীল পণ্ডিতসকলে ভালকৈ বুজিছিল যে গোটেই বঙ্গালী জাতিৰ একতা সাধিবলৈ হ'লে পশ্চিমবঙ্গ, উত্তৰবঙ্গ আৰু পূৰ্ববঙ্গই একে ভাষাকে ব্যৱহাৰ কৰিব লাগিব। এই সংস্কাৰ সাধিবলৈ

ঠলে আগেয়ে বঙ্গৰ ভিন ভিন ঠাইৰ ভিন ভিন বাগ্‌ধাৰা বা বচনভঙ্গী সংগ্ৰহ কৰি এখন অভিধান কিতাপ সংকলন কৰা দৰ্কাৰ। স্বৰ্গীয় আনন্দৰাম বৰুৱাই এনেদৰে এখনি গ্ৰন্থ সংগ্ৰহ কৰিবলৈ সংকল্প কৰিছিল, আৰু সেই বিষয়ে গবৰ্ণমেণ্টলৈকো লেখালেখি কৰিছিল। কিন্তু অকাল-মৃত্যুৰ গ্ৰাসত পৰি তেওঁৰ সংকল্প মনতে থাকিল, সি আৰু কাৰ্য্যত পৰিণত নহল।

বৰ্ত্তমান লেখকৰ ছাত্ৰবন্ধু নোৱাখালীনিবাসী শ্ৰীমান্ ব্ৰজেন্দ্ৰকুমাৰ গুহৰায়দেৱে বহুত কষ্ট কৰি নোৱাখালীৰ পুৰণি ভদ্ৰলোক জনচেৰেকৰ পৰা মিঃ বৰুৱাৰ বিষয়ে নানান কথা গোটাই পঠিয়াইছিল। নোৱাখালী-বাসী সকলে বৰুৱাদেৱক কিমান স্নেহ আৰু শ্ৰদ্ধা কৰিছিল তাৰ পৰা ফট্‌ফটীয়া প্ৰমাণ পোৱা যায়। বৰুৱাদেৱ নোৱাখালীত মাজিষ্ট্ৰেট হৈ থকা কালত শ্ৰীমান্ ব্ৰজেন্দ্ৰৰ পেহাদেৱাক অভয়বাবু কলেক্টৰী চিৰস্তাদাৰ আছিল। তেওঁক বৰুৱাদেৱে বৰ স্নেহ কৰিছিল। তেওঁ আজিলৈকে মিঃ বৰুৱাৰ পাণ্ডিত্য আৰু দয়াগুণৰ কথা মানুহক কৈ থাকে। আজি-কালিৰ নোৱাখালী বা সুধাৰাম ঠাইডোখৰ যেনে ধনে-ধানে সমৃদ্ধিশালী মিঃ বৰুৱাৰ দিনত তেনে নাছিল, এনে কি আজিকালিৰ মহকুমা এটাতকৈও নোৱাখালীৰ অৱস্থা তেতিয়া হীন আছিল। এইগুণে নোৱাখালী জিলাখনে গৱৰ্ণমেণ্টৰো মনোযোগ আকৰ্ষণ কৰিব নোৱাৰিছিল। কিন্তু বৰুৱাদেৱ যাবৰে পৰা নোৱাখালীৰ ওপৰত গৱৰ্ণমেণ্টৰ কৃপাদৃষ্টি পৰিবলৈ ধৰে।

মিঃ বৰুৱা নোৱাখালীলৈ বদলি হৈ যাওঁতে তালৈ যাবৰ ৰেইলৰ বন্দোবস্ত নাছিল, নোৱাখালীৰ চৰ-ডিভিজন ফেণীত গৈ নামিব লাগে। আসাম-বেঙ্গল ৰেলওৱেৰে চট্টগ্ৰাম লাইনৰ লাকছাম জংচনৰ পৰা দুটা কি তিনিটা ষ্টেচন পাৰ হৈ ফেণী ষ্টেচন পোৱা যায়। মিঃ বৰুৱাক ফেণী ষ্টেচনতে নোৱাখালীনিবাসী আৰু ফেণী-নিবাসী তালেদাৰ

গণ্যমান্য পুৰুষ আৰু প্ৰজাই তাঁ'ক অভ্যৰ্থনা কৰি পোনপ্ৰথমে অভিনন্দন পত্ৰ দিয়ে। এই অভিনন্দনৰ উত্তৰত মিঃ বৰুৱাই বি কিয়াবাৰ আশ্বাস-পূৰ্ণ কথা কয় তাতে প্ৰজাৰ অন্তঃকৰণ তেওঁলৈ শ্ৰদ্ধা আৰু ভক্তিৰে পৰিপূৰ্ণ হয়।

সেই সময়ত নোৱাখালীৰ মাজিষ্ট্ৰেট বা অইন বৰমূৰীয়া বিষয়াৰ-বাবে কোনো চৰকাৰী ঘৰ নাছিল। তেওঁলোকে চাৰ্কিট ঘৰ নাইবা সুৰ্কীয়া ঘৰ ভাৰা কৰি থাকিব লগাত পৰিছিল। মিঃ বৰুৱাই চাৰ্কিট ঘৰতে নানা অসুবিধা সত্বেও থাকিবলৈ বাধ্য হৈছিল, কাৰণ মাজে-মাজে কমিচনাৰ চাহাব আহি সেই ঘৰতে বাহৰ কৰিছিল আৰু ঘৰটোও ইমান আহল-বহল নাছিল।

নোৱাখালীৰ মানুহৰ পানীৰ সুবিধাৰ কাৰণে মিঃ বৰুৱাই বহুত পুৰণা পুখুৰী চাফ কৰাইছিল। চহৰৰ চাৰিওফালে গাৰ্ডলৈ অহাযোৱা কৰা ধাটবোৰৰ ফালে তেওঁ বৰকৈ চকু দিছিল। নোৱাখালীৰ উন্নতিৰ কাৰণে তেওঁ কোনো সকসুৰা কামলৈকো আওকেলা নকৰিছিল।

বিশেষকৈ এটা কথাৰ কাৰণে নোৱাখালীবাসী মিঃ বৰুৱাৰ ওচৰত চিৰকৃতজ্ঞ। নোৱাখালীত ৰেলৰ ষ্টেছন নথকাত ডাক অনা-নিয়াৰ বৰ অসুবিধা হৈছিল। ফেণীৰ পৰা ডাকোৱালে ডাক কঢ়িয়াই নিছিল, আৰু নোৱাখালীত টেলিগ্ৰাফ ষ্টেছন নথকাত ফেণীৰ পৰা টেলিগ্ৰাফ চিঠি হৈ ডাকত নোৱাখালীলৈ গৈছিল। ইয়াৰ পৰা প্ৰজাৰ অশেষ অসুবিধা হৈছিল, এই অসুবিধা গৱৰ্ণমেণ্ট আৰু নোৱাখালীবাসীয়ে দুয়ো সমানে ভোগ কৰিছিল। মিঃ বৰুৱাই অশেষ যত্ন কৰি নোৱাখালীত এটা টেলিগ্ৰাফ আফিচ বহুৱাই ৰজা প্ৰজা দুয়োৰে উপকাৰ সাধে।

নোৱাখালীৰ ওচৰত সমুদ্ৰৰ মাজত সন্দীপ আৰু হাটীয়া নামে মানুহৰ বসতি থকা দুটা মাজুলি আছে। মিঃ বৰুৱা নোৱাখালীলৈ যোৱাৰ কালনৈকে সেই দুটাইলৈ মানুহে নাৱেৰে অহাযোৱা কৰিছিল।

সঙ্কটজনক সমুদ্ৰত সক নাৱেৰে যাওঁতে মানুহে জীৱনক আগ কৰি যাব লগাত পৰিছিল। তেনে যাত্ৰাত কত যাত্ৰী ডুবি মৰিছিল তাৰ সীমাসংখ্যা নাই। মিঃ বৰুৱাৰ প্ৰজাবৎসল হৃদয় এই যাত্ৰীবোৰৰ দুখত দুখিত হল। সেই দুই ঠাইলৈ নিয়মীয়াকৈ জাহাজ চলাবৰ কাৰণে জাহাজ কোম্পানীৰ লগত তেওঁ লিখাপঢ়া কৰিবলৈ ধৰিলে। যাত্ৰীৰ সংখ্যা কম হব বুলি কোম্পানীয়ে পোনপ্ৰথমে আপত্তি কৰিলে, গবৰ্ণমেণ্টও অৰ্থ সহায় দিবলৈ আগ নাবাঢ়িলে। কিন্তু বৰুৱাদেৱে ইয়াতো পাচ হোহঁকা নাছিল; তেওঁ কলে,—কোম্পানীৰ যদি লোকচান হয় সেই লোকচানৰ ক্ষতিপূৰণ তেওঁ নিজৰ পৰা কৰিব। জাহাজ চলাওঁতে পোনতে কোম্পানীৰ লোকচান হয়। পূৰ্ব্বৰ প্ৰতিজ্ঞামতে মিঃ বৰুৱাই লোকচানী ভৰিবলৈ ধৰিলে। যিদিনা সৰ্ব্বপ্ৰথমে নোৱাখালীৰ পৰা সন্দ্বীপলৈ জাহাজ যায় মিঃ বৰুৱা বন্ধুবান্ধৱ আৰু কৰ্ম্মচাৰীসকলৰে সৈতে সেই জাহাজত যাত্ৰী হয়। সেইদিনা জাহাজত এটা ডাঙৰ উৎসৱৰ দৰে হৈছিল, আৰু বৰুৱাদেৱে তাৰ সকলোৰে খৰচ দিছিল। লাহে-লাহে সেই জাহাজত বহুত যাত্ৰী যাবলৈ ধৰিলে, আৰু কোম্পানীৰ অশেষ লাভ হোৱাত বৰিশাললৈকে কোম্পানীয়ে জাহাজৰ লাইন খুলিলে। সন্দ্বীপ-বাসী প্ৰজাই আজীৱনকাল মিঃ বৰুৱাৰ নাম মনত ৰাখিব।

নোৱাখালীৰ মানুহে মিঃ বৰুৱাক এজন অসাধাৰণ প্ৰতিভাশালী পণ্ডিত বুলি বিবেচনা কৰিছিল। তেওঁ বৰ সুন্দৰকৈ সংস্কৃতৰে কথা পাতিব আৰু লিখিব পাৰিছিল। মানুহৰ লগত তেওঁ ধৰ্ম্মশাস্ত্ৰ আৰু অন্যান্য গ্ৰন্থ বিষয়ে আলোচনা কৰিবলৈ ভাল পাইছিল। নোৱাখালীবাসী সকলে কয় মিঃ বৰুৱাই বোলে এখন সংস্কৃত কাব্য ৰচনা কৰিছিল। সেই কিতাপখনি বৰ ডাঙৰ আছিল; তাক দেখা মানুহ এতিয়াও নোৱাখালীত আছে। মাজে-মাজে মানুহ বুজি সেই কাব্যৰ কোনো কোনো অংশ মিঃ বৰুৱাই আনক মাতি শুনাইছিল। এই কিতাপখনি দুৰ্ভাগ্যক্ৰমে

চপা কৈ ওলোৱা নাই, তাৰ সন্ধান পাচলৈ কোনেও পোৱা নাই। বঙ্গালী ভাষাতো মিঃ বৰুৱাৰ বিশেষ বুৎপত্তি আছিল।

নোৱাখালীত থকা কাল আনন্দৰাম বৰুৱাৰ জীৱনৰ ক্ৰমে উৎকৰ্ষৰ বিকাশ বুলি কলেও বেচি কোৱা নহয়। তেওঁ তাত থকা কালত ইমান হাড়ভঙ্গা পৰিশ্ৰম কৰিছিল যে লাহে-লাহে তেওঁৰ শৰীৰ দুৰ্ব্বল হবলৈ ধৰিলে, আৰু বিধিৰ দুৰ্বিপাকত ভাৰতৰ দুৰ্ভাগ্যবশতঃ ১৮৮৮ চনৰ ডিচেম্বৰ মাহত তেওঁৰ গাত পক্ষাঘাত বেমাৰে দেখা দিলে। নোৱাখালীত থাকি যিমানদূৰ সম্ভৱ মিঃ বৰুৱাই ৰোগৰ চিকিৎসা আৰম্ভ কৰিছিল। ডাক্তৰসকলে পৰামৰ্শ দিলে সন্দীপলৈ গৈ সমুদ্ৰত গা ধুলে ৰোগৰ উপশম হব পাৰে। মিঃ বৰুৱাই এই বিধান শিৰোধাৰ্য্য মানি সমুদ্ৰত জোৰোৱা মাৰি গা ধুলে, কিন্তু তেওঁৰ বেমাৰ ভাল হওক চাৰি ক্ৰমাৎ টান হৈহে আহিবলৈ ধৰিলে। তেওঁৰ শৰীৰৰ সোঁকাষ একেবাৰে অৱশ হল, আৰু উঠিব বহিব পৰা শক্তি তেওঁৰ নাইকিয়া হল। অৱশেষত তেওঁ কলিকতালৈকে যাবলৈ ঠিক কৰিলে। তেওঁ সেই বছৰৰ বৰদিনৰ বন্ধৰ লগত লগাই ১৮৮৯ চনৰ ২ জানুৱাৰীৰ পৰা দুমাহৰ কাৰণে অসুস্থতাৰ বিদায় ললে। তেওঁৰ ইচ্ছা আছিল কলিকতালৈ গৈ তাৰ খ্যাতনামা ডাক্তৰ কবিৰাজক দেখুৱাই তালৈকে চিকিৎসা কৰা।

নোৱাখালীবাসীয়ে আজিলৈকে অক্ষেপ কৰি থাকে যে তেওঁলোকে তেওঁলোকৰ অতি চেনেহৰ "বৰুৱা চাহাব"ক হিয়া খুলি বিদায় দি নিজৰ কৃতজ্ঞতা-ঋণ সুজিব নোৱাৰিলে। পিচত যেতিয়া তেওঁলোকে জনা পালে যে সৰ্ব্বনিয়ন্তাৰ ইচ্ছামতে তেওঁলোকৰ প্ৰাণৰ বৰুৱা চাহাব আৰু তেওঁলোকৰ মাজলৈ উভতি নাহে তেতিয়া তেওঁলোকৰ শোকৰ অৱধি নোহোৱা হল। নোৱাখালী এৰি যাবৰ সময়ত অফিচৰ চিৰস্তাদাৰ অভয়বাবুক মাতি নি মিঃ বৰুৱাই ক'লে,—"অভয়বাবু, আপোনাৰ

কোনোবা আত্মীয় যদি অভাৱত আছে তেওঁক বেগতে মোৰ ওচৰলৈ লৈ আহক। যেনেকৈয়ে হোক তেওঁলোকৰ প্ৰবস্তিৰ কোনো উপায় দি আপোনাক এই সামান্য উপকাৰকনি মই কৰি যাম।" অভয়বাবুৰ কেজনমান আত্মীয়ই এই সুবিধাতে কামে-কাজে সোমাই গৈ নিজৰ জীবিকাৰ বাট উলিয়াই ললে।

নোৱাখালীৰ মানুহৰ মাজত মিঃ বৰুৱা দেৱতাৰ দৰে আছিল। তেওঁৰ গুণত কত নিছলা দুখীয়া প্ৰতিপালিত হৈছিল, কত জীবিকা-বিহীন মানুহে লৰা-ছোৱালী লৈ দুসাঁজ ভাত খাইছিল! তেওঁ গাৱঁলৈ গৈ ৰায়তৰ দুখ-সুখ সুবিধা-অসুবিধাৰ কথা ভালকৈ গমি চাইছিল, হোজা চহা খেতিয়কৰ লগত নিসংকোচে কথা পাতিছিল, কোনোবাই কিব: সহায় বিচাৰিলে মিঃ বৰুৱাৰ ওচৰত কাচিতো বিফলমনোৰথ নহৈছিল। গাত শকত নৰীয়া লৈ তেওঁ যেতিয়া নোৱাখালী এৰে নোৱাখালীবাসীয়ে হাতজোৰ কৰি পৰমেশ্বৰৰ ওচৰত তেওঁৰ জীৱন ভিক্ষা কৰিছিল। নোৱাখালীবাসী আৰু সকলোৰে বিশ্বাস যে কোনো শাসনকৰ্ত্তাই প্ৰজাৰ পৰা এনে অকপট স্নেহভক্তি লাভ কৰা নাই।



# নবীয়া আৰু মৃত্যু

১৮৮৮ চনৰ ডিচেম্বৰ মাহত ছুটি লৈ চিকিৎসাৰ কাৰণে মিঃ বৰুৱাই কলিকতালৈ যাবলৈ যেতিয়া থিৰ কৰে সেই সময়ত একৰকমে তেওঁ নিশকতীয়াই, সেইদেখি তেওঁৰ বন্ধু তাৰকনাথ পালিতলৈ এই মৰ্মে এখনি চিঠি লিখিলে,—"মোৰ শৰীৰৰ অৱস্থা ভাল নহয়, চিকিৎসাৰ কাৰণে ডুমাহলৈ ছুটি লৈছোঁ। কলিকতালৈ গৈ আপোনাৰ ঘৰতে আশ্ৰয় লমগৈ। মোৰ লৰিব-চৰিব পৰা শক্তি একেবাৰে নাইকিয়া বুলি কলেও সৰহ কোৱা নহয়। আপুনি অনুগ্ৰহ কৰি শিয়ালদহ ষ্টেচনলৈ নিজে আহিব, আৰু লগত এখন লেণ্ডো গাড়ী লৈ আহিব, যাতে মই কোনো কষ্ট নোপোৱাকৈ শুই-মেলি যাব পাৰোঁ।"

এই চিঠি পাই আৰু তেওঁৰ প্ৰিয়বন্ধু মিঃ বৰুৱাৰ এনে শকত বেমাৰৰ কথা শুনি তাৰকনাথ পালিত অতি মৰ্মাহত হ'ল। তেওঁ মিঃ বৰুৱা অহাৰ দিনা নিজে শিয়ালদহ ষ্টেচনলৈ গৈ বৰুৱাক তেওঁৰ অনুৰোধ মতে লেণ্ডো গাড়ীত আগবঢ়াই আনিলে। মিঃ বৰুৱাৰ শৰীৰ এনে লৰচৰ কৰিব নোৱাৰা হৈছিল যে তেওঁক গাড়ীৰে নিওঁতে আৰু গাড়ীৰ পৰা নমাওঁতে মানুহে শোৱা অৱস্থাত কঢ়িয়াব লগাত পৰিছিল। গাড়ীতো তেওঁ শুয়ে আহিছিল। গাড়ীৰ পৰা নামি বালিগঞ্জ চাৰ্কুলাৰ ৰোডত থকা তাৰকনাথ পালিতৰ ঘৰত আগৰ বন্দবস্ত মতে আশ্ৰয় লয়, আৰু তেওঁৰ কাৰণে এটি সুকীয়া কোঠালী আজৰাই দিয়া হয়। এই ঘৰটি পাছত চাৰ তাৰকনাথ পালিতে কলিকতা বিশ্ববিদ্যালয়ৰ বিজ্ঞানমন্দিৰ কৰিবলৈ দান কৰি গৈছে।

তাৰকনাথ পালিতৰ ঘৰলৈ অহাত মিঃ বৰুৱাৰ বেমাৰ ভাল হওক

চাৰি ক্ৰমাৎ বাঢ়িবলৈহে ধৰিলে। চাৰ তাৰকনাথ, তেওঁৰ পত্নী আৰু পুত্ৰসকলে, বিশেষকৈ চিভিলিয়ান লোকেন পালিতে, বৰুৱাদেৱৰ শুশ্ৰূষা কৰিছিল, আৰু তেওঁলোকৰ অভিজ্ঞতা মতে মিঃ বৰুৱাৰ ইচ্ছা অনুসৰি কলিকতাৰ ডাঙৰ ডাঙৰ ডাক্তৰ কবিৰাজৰ হতুৱাই তেওঁৰ চিকিৎসা কৰায়। ডাক্তৰি মতে ডাক্তৰ আৰ-চি-চন্দৰ আৰু ডাক্তৰ মেককৰ্ণেল চাহাবে বৰুৱাদেৱক চিকিৎসা কৰে। এলো-পাঠি চিকিৎসাই ভাগৰাত তাৰকনাথে হোমিওপাঠিক চিকিৎসক আৰু কবিৰাজক নিমন্ত্ৰণ কৰে। জৰ্ম্মন হোমিওপাঠি ডাক্তৰ চেলজাৰ আৰু ডাক্তৰ মহেন্দ্ৰলাল সৰকাৰে বৰুৱাক চিকিৎসা কৰে। তাৰ পিচত মহামহোপাধ্যায় কবিৰাজ বিজয়ৰত্ন সেনে বৰ কষ্ট স্বীকাৰ কৰি ভাৰতগৌৰব মিঃ বৰুৱাক ভাললৈ আনিবলৈ প্ৰাণটাকি চিকিৎসা কৰে।

এই খ্যাতনামা চিকিৎসকসকলৰ অবিশ্ৰান্ত সেৱা-শুশ্ৰূষাতো আনন্দ ৰামৰ পক্ষাঘাত ৰোগৰ কোনো প্ৰকাৰে লাঘৱ নহল। অৱশেষত ডাক্তৰসকলে বৰুৱাৰ জীৱনৰ আশা একপ্ৰকাৰে এৰিবলৈকে বাধ্য হ'ল। কিন্তু জৰ্ম্মন হোমিওপাঠিষ্ট ডাক্তৰ চেলজাৰে একেবাৰে আশা এৰি নিদিছিল। তেওঁ আনন্দৰামৰ চিকিৎসক আৰু বন্ধুবান্ধৱসকলৰ আগত কৈছিল,—"এনে বেমাৰে মোক টলাব নোৱাৰে, মই কেতিয়াও হতাশ নহওঁ।"

চিকিৎসকসকলৰ মতামতেই হওক বা নিজৰ অভিজ্ঞতা অনু-সৰিয়েই হ'ক তাৰকনাথ পালিতে ভালকৈ বুজিছিল যে আনন্দৰামৰ জীৱনৰ আশা অতি ক্ষীণ। সেইদেখি তেওঁ ভাবিলে যে অন্তিমকাল আহি পোৱাৰ আগেয়ে বৰুৱাদেৱে তেওঁৰ অজস্ৰ সম্পত্তিৰ এটি দিহা কৰি 'উইল' কৰি নগলে পাচলৈ সি এলাই-এথানি হব, আৰু সেই মৰ্ম্মে ৰোগক্লিষ্ট মিঃ বৰুৱাৰ আগত এটি প্ৰস্তাৱ মেলিলে। কিন্ত

সৰলমতি বৰুৱাৰ দৃঢ় বিশ্বাস আছিল যে করুণাময় পৰমেশ্বৰ অনুগ্ৰহত তেওঁৰ জীৱন ৰক্ষা হব পাৰে; সেইদেখি তেওঁ উইল কৰিবলৈ একোপধ্যে মান্তি নহল। তেতিয়া তাৰকনাথ পালিতে কিংকৰ্ত্তব্য-বিমূঢ় হৈ আনন্দৰামৰ কোনো আত্মীয়ক টেলিগ্ৰাম দি মতাই অনাটোৱে ঠিক কৰিলে। কিন্তু কাৰো নাম ধাম ঠিকনা আদি নজনাত পালিত ডাঙৰীয়া বৰ বিপাণ্ডত পৰিল।

গুৱাহাটীৰ বি-এন-দে কোম্পানীৰ স্বত্বাধিকাৰী বীৰনৃসিংহ দে তেতিয়া কলিকতাত আছিল। তাৰকনাথে তেওঁৰ ওচৰলৈ গৈ মিঃ বৰুৱাৰ কোনো আত্মীয় কুটুম্ব আছেনে নাই সুধিলে। বীৰনৃসিংহ বাবুয়ে একো কব নোৱাৰাত তেওঁলোকৰ গুৱাহাটীয়া দোকানৰ অংশীদাৰ তেতিয়া কলিকতাত বাস কৰোঁতা বাবু গোপালচন্দ্ৰ বানাৰ্জ্জীক সুধিলে। গোপাল বাবুয়ে কলে,—"আনন্দৰাম বৰুৱাৰ প্ৰকাণ্ড পৰিয়াল। তেওঁ-লোকৰ বংশ পৰিয়ালবে গুৱাহাটী ভৰি আছে।" মিঃ পালিতে সুধিলে,—"তাৰ ভিতৰত মুখিয়াল মানুহ কোন?" গোপাল বাবুয়ে আনন্দৰামৰ খুৰা সম্বন্ধী বেণুধৰ বৰুৱা উকীলৰ নাম কলে। তাৰকনাথে ঘৰলৈ আহি বেণুধৰলৈ এখনি টেলিগ্ৰাম দিলে। বেণুধৰে বিশেষ কাৰণত ঘৰ এৰিব নোৱাৰাত কলিকতাত পঢ়া ভতিজাক ৰত্নধৰ বৰুৱালৈ টেলিগ্ৰাম কৰিলে। বেণুধৰৰ টেলিগ্ৰাম ৰত্নধৰ বৰুৱাই পোৱাতহে কলিকতাৰ অসমীয়া ছাত্ৰ-সকলে মিঃ বৰুৱাৰ টান নৰীয়া বুলি জু পালে।

মিঃ আনন্দৰাম বৰুৱাই যেতিয়া লাহে-লাহে গম পাই আছিল যে তেওঁক বিশ্বব্ৰহ্মাণ্ডৰ সম্মিলিত যত্নেও কালৰ কবলৰ পৰা উদ্ধাৰ কৰিব নোৱাৰে, তেতিয়া তেওঁ উইল কৰিবলৈ সম্মতি প্ৰকাশ কৰিলে। তাৰ পালিতে হাইকোৰ্টৰ এটৰ্ণি মিঃ এন্-চি-বোস ডাঙৰীয়াক মাতি আনিবলৈ গল। মিঃ বোসে আহি উইলৰ ওপৰৰ কিয়াবাৰ কথা লিখি বৰুৱাৰ মনৰ ভাবৰ কাৰণে বৰুৱাৰ মুখলৈ চালে। অগত্যা উইল কৰিব লগীয়া

লোৰাত শোকত মিঃ বৰুৱাৰ দুধাৰি চকুলো দুগালে বৈ গল। এই হৃদয়বিদাৰক দৃশ্য দেখি মিঃ বোসে আৰু এই বিষয়ে মিঃ বৰুৱাক বেচিকৈ পেৰিবলৈ ভাল নেপালে। তেওঁ—"বাৰু কাইলৈ উইল কৰা হব" বুলি সেইদিনাখনৰ কাৰণে কাগজ-পত্ৰ সামৰিলে।

তাৰ পিচদিনা পুৱাৰ পৰা মিঃ বৰুৱাৰ অৱস্থা টান হৈ আহিবলৈ ধৰিলে। অসমীয়া ছাত্ৰসকলে মাথোন তাৰ আগদিনাহে মিঃ বৰুৱাৰ এনে শকত নৰীয়াৰ কথা ভু পায়। তেওঁলোকে সেইদিনা পুৱা মিঃ বৰুৱাক দেখা কৰিবলৈ যায়। বৰুৱাৰ তেতিয়া বেচি চেতনা নাই। তেওঁ অতি কষ্টে ছাত্ৰসকলৰ লগত হাত জোকাৰিলে, আৰু প্ৰত্যেক জনৰে পৰিয়ালৰ চিনাকী দিয়াত সেই ছাত্ৰ কিজনকো চিনি পালে। তাৰ ভিতৰতে মজিন্দাৰ বৰুৱাৰ বংশৰ স্বৰ্গীয় হলধৰ বৰুৱাৰ পুতেক নগাঁৱৰ সৰ্ব্বপ্ৰথম বি-এল্ উকীল বত্নধৰ বৰুৱা আছিল। তেওঁক মিঃ বৰুৱাই বিশেষকৈ চিনি পালে। ডাক্তৰসকলে তেতিয়াও বৰুৱাক চিকিৎসা কৰি আছিল। বত্নধৰ বৰুৱাই মিঃ বৰুৱাক সুধিলে,—"আমি সদৌ অসমীয়া ছাত্ৰই আপোনাৰ শুশ্ৰূষা কৰিবলৈ পালে বৰ সুখী হম।" তাৰ উত্তৰত মিঃ বৰুৱাই কলে,—"সি তোমালোকৰ ইচ্ছা, মই তোমালোকক কেতিয়াও একো উপকাৰ কৰা নাই, তোমালোকক কোনো কথা অনুৰোধ কৰিবলৈ মোৰ একো অধিকাৰ নাই।"

এইদৰে মিঃ বৰুৱাৰ খবৰ বাতৰি লৈ অসমীয়া ছাত্ৰসকলে খোৱা-বোৱা কৰিবলৈ নিজৰ মেছলৈ উভতি গল। মিঃ তাৰকনাথ পালিতে ভাবিছিল সেইদিনা বেমাৰে উক দিছে, আকৌ ভাল হব। গতিকে, তেওঁৰ কৰকৰি মোকৰ্দ্দমা থকাত তেওঁ হাইকোৰ্টলৈ গ'ল। মিঃ পালিতে হাইকোৰ্টৰ পৰা আহি দেখে যে মিঃ বৰুৱাৰ জীৱনবত্তিৰ শেষ কণিকা নুমাবলৈ আৰু সৰহ পৰ নাই! মিঃ পালিতে তুৰন্তে অসমীয়া ছাত্ৰ-

সকল থকা মেছলৈ বৰুৱাৰ আগন্তুক মৃত্যুৰ কথা জনাই বাতৰি পঠিয়ালে।

সেইদিনা ১৮৮৯ চনৰ জানুৱাৰী মাহৰ ১৯ তাৰিখ শুকুৰবাৰ, ১৮১০ শকাব্দৰ ৫ মাঘ। অসম ছাত্ৰাবাসৰ ছাত্ৰসকল গৈ শোওতেই ভাৰত-গৌৰৱ দুখুনী অসমমাতৃৰ আঁচলৰ মাণিক পণ্ডিতপ্ৰৱৰ মহাত্মা আনন্দৰাম বৰুৱা অনন্তলোকলৈ প্ৰয়াণ কৰিলে! তেতিয়া আবেলি প্ৰায় দুইমান বজা। মৃত্যুৰ সময়ত আনন্দৰামৰ বয়স একুৰি-উনৈচ বছৰ পূৰা হোৱা নাছিল।

মিঃ বৰুৱাৰ মৃত্যুৰ পাচত তেওঁৰ বিয়োগ বাতৰি গোটেই কলিকতা বিয়াপি পৰিল। মৃত্যুৰ পাচত সন্ধিয়া পাঁচমান বজাত অসমীয়া ছাত্ৰসকল আহি মিঃ পালিতৰ ঘৰ পালেহি। য'ত যি অসমীয়া ছাত্ৰ আছিল সকলোটিয়ে মিঃ বৰুৱাৰ নশ্বৰ দেহাৰ শেষ দৃশ্য চাবলৈ লৰ মাৰিলে। তেওঁলোকে দেখিলে মিঃ বৰুৱাৰ প্ৰশান্ত সৌম্য মূৰ্ত্তি অচেতন অৱস্থাত পৰি আছে। মিঃ বৰুৱাই সেইদিনা পুৱাও ঘোৰ কৰ্ম্ম কৰিছিল, তেওঁৰ প্ৰাণহীন দেহটি সচেতন দৰে দেখা গৈছিল। ছাত্ৰসকলে বিদেশীক মৃতদেহ চুবলৈ নিদিলে। এনে কি মিঃ পালিতকো সেই দেহ চুব নোৱাৰিলে। মৃতদেহ শ্মশানলৈ নিয়াৰ আয়োজন হ'ল। মিঃ পালিতে নিতৌ পায়জামা পাটলুন ব্যৱহাৰ কৰিছিল, কিন্তু মৃতদেহৰ লগত যাবৰ কাৰণে তেওঁ সেইদিনা ওচৰৰ গোলা এখনৰপৰা এখন চুৰিয়া কিনি আনি পিন্ধিছিল।

মিঃ বৰুৱাৰ মৃতদেহ এখনি শুক্ল বস্ত্ৰেৰে ঢাকি থোৱা হৈছিল। এজন বঙালী ভদ্ৰলোকে সেই বস্ত্ৰ উদঙাই মিঃ বৰুৱাৰ মুখৰ ফালে উদ্দেশ্য কৰি ক'লে,—"সোৱা চোৱা বঙ্গৰ গৌৰৱ অন্তিম শয্যাত শায়িত।" এই কথাষাৰ শুনি আমাৰ এজন অসমীয়া ডেকাই গৰ্জ্জি উঠি ক'লে,—"বঙ্গ-গৌৰৱ নহয়, এয়া অসমৰ গৌৰৱ অনন্ত নিদ্ৰাত নিমগন।" এইদৰে

মৃতকৰ মৰাদেহ সন্মুখত লৈ বাগবিতণ্ডা কৰি থকা দেখি কলিকতাৰ আমহাষ্ট ষ্ট্ৰীটৰ এজন সম্ভ্ৰান্ত বঙ্গালী ঠিকাদাৰে কৈ উঠিল,—"নহয়, এয়া এজন ভাৰতগৌৰৱ মহাপুৰুষ অনন্ত নিদ্ৰাত নিমগন।"

বাস্তৱিক, মিঃ বৰুৱাৰ অকাল মৃত্যুত গোটেই ভাৰতবৰ্ষে চকুলো টুকিব লগাত পৰিল, কাৰণ তেওঁ অকল বঙ্গ বা অসমৰ কাৰণে যে খাটিছিল এনে নহয়, আৰু এই দুই প্ৰদেশৰ বাবে যি কাম কৰিছিল সেই কাম তেওঁ মাজিষ্ট্ৰেট্ ৰূপেহে সম্পাদন কৰিছিল, তাৰ কাৰণে চৰ্কাৰৰ ঘৰৰ পৰা দৰ্মহা খাইছিল, গতিকে আমি তেওঁক অসম বা বঙ্গদেশৰ পোনপতীয়া উপকাৰক বুলি কব নোৱাৰোঁ। কিন্তু ভাৰতমাতৃৰ কাৰণে তেওঁ দিনে নিজৰ শৰীৰৰ অৱস্থালৈ কটাক্ষ নকৰি অবিশ্ৰান্ত ভাবে পৰিশ্ৰম কৰিছিল, সেই পৰিশ্ৰমে তেওঁৰ কাৰণে অমূল্য যশস্যাৰাশি আৰ্জ্জন কৰিছে। অতীতৰ গৌৰৱাধিকাৰিনী এতিয়া অনাদৃতা সংস্কৃত ভাষাৰ কাৰণে আনন্দৰামৰ দৰে কোনে এনে একাগ্ৰপতীয়াকৈ খাটি নিজৰ জীৱন পাত কৰিছে? গতিকে তেওঁক ভাৰতগৌৰৱ বুলি আৰু কি বুলিব পাৰি?

মিঃ বৰুৱাৰ মৃতদেহ মহাসমাৰোহেৰে অসমীয়া ছাত্ৰসকলে বহন কৰি জাহ্নবী-তীৰত কালিঘাট মহাশ্মশানত স্থাপন কৰিলেগৈ। মিঃ পালিতৰ ঘৰৰপৰা মৃতদেহ লৈ যাওঁতে ৰাতি প্ৰায় দহমান বাজেগৈ, আৰু মাজনিশা গৈ কালিঘাটৰ শ্মশান পোৱা হয়। মিঃ বৰুৱাৰ আত্মীয় বন্ধুবৰ বৰুৱাই মুখাগ্নি অৰ্পণ কৰে। চাওঁতে চাওঁতে মহাশ্মশানৰ মহা-অগ্নিৰ গৰ্ভত মহাত্মা আনন্দৰাম বৰুৱাৰ পবিত্ৰ দেহাৱশেষ বিলীন হৈ গল। লগত যোৱা সমূহ বাইজে মৃতকৰ অস্থি আদি গঙ্গাত বিসৰ্জন কৰি ম্লান মুখেৰে নিজ নিজ ঘৰলৈ উভতি আহিল।

আনন্দৰামৰ মৃত্যুৰ পিচ দিনা তেওঁৰ বৈমাত্ৰ-ভাই কেশৱৰাম বৰুৱা গৈ পালেগৈ। মিঃ বৰুৱাৰ ধন আদি কেবাটাও বেংকত আছিল। মিঃ

তাৰকনাথ পালিতে ইমান যত্ন কৰিও সেই টকাৰ একো উৱাদিহ উলিয়াব নোৱাৰিলে। মাণিকচন্দ্ৰ বৰুৱাই মিঃ বৰুৱাৰ মৃত্যুৰ পাচত কলিকতালৈ গৈ মিঃ বৰুৱাৰ বিপুল সম্পত্তি ধ্বংসৰ পৰা ৰক্ষা কৰিবলৈ বৰ চেষ্টা কৰিছিল, কিন্তু তেওঁ কিমান কৃতকাৰ্য্য হল আমি ক'ব নোৱাৰো। পাচত আত্মাৰাম বৰুৱাও কলিকতালৈ আহে। মিঃ পালিত আৰু মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ যত্নত মাথোন দুকুৰি হাজাৰ মান টকা মিঃ বৰুৱাৰ ভায়েকহঁতৰ হাতত পৰিল। কিন্তু সেই টকা আৰু বহৰমপুৰৰ বহু-মূলীয়া বাগানবাৰীখনো অৱশেষত কেনেবাকৈ লোপ পালে। মিঃ বৰুৱাৰ এটি প্ৰকাণ্ড পুথিৰ ভঁড়াল আছিল। আমি শুনিছো তাৰ ভিতৰত তেওঁৰ হাতে-লিখা অপ্ৰকাশিত ভালেমান বহুমূলীয়া গ্ৰন্থ আছিল। তাৰ ভিতৰত এখন বৃহৎ অভিধান আয়োজন কৰাৰ প্ৰমাণো পোৱা যায়। কিন্তু এই বহুমূলীয়া গ্ৰন্থশালাৰ গ্ৰন্থাৱলী অৱশেষত ওজন হিচাবে পুৰণা কিতাপ বেচা দোকানীবিলাকক বিক্ৰী কৰা হল। মিঃ বৰুৱা আৰু মিঃ পালিতে গোট খাই দুয়ো দুটি বহুমূলীয়া সোণৰ ঘৰি কিনিছিল, সেই সোণৰ ঘৰি কলৈ গল তাৰ একো ভূভত্ত' নোহোৱা হ'ল। মিঃ বৰুৱাৰ কিছুমান ৰূপৰ কাটা চামুচ আৰু থাল-পিয়লা আছিল, তাত এ-বি অৰ্থাৎ মিঃ বৰুৱাৰ নাম খোদিত কৰা আছিল, এই পাত্ৰবোৰ বহুত দিনলৈকে ভায়েক স্বৰ্গীয় কেশৱৰামৰ হাতত আছিল।

---

# শোক-প্ৰকাশ

মিঃ বৰুৱাৰ মৃত্যুত সকলোৰে শোক প্ৰকাশ কৰিবলৈ ধৰিলে। ডাক্তৰ গুৰুদাসে তেওঁৰ প্ৰিয়তম ছাত্ৰৰ বিয়োগ বাতৰি শুনি একেবাৰে কান্দি পেলালে। কাগজপত্ৰে তেওঁৰ বিয়োগ বাতৰি প্ৰতিধ্বনিত হল। তাৰ ভিতৰত 'হিন্দু পেট্ৰিয়ট' আৰু 'ইন্দিয়ান মিৰৰ'ত ওলোৱা শোকসংবাদ উল্লেখযোগ্য। হিন্দু পেট্ৰিয়টত লিখিছিল,—"আমি অতি শোকেৰে চিভিলিয়ান মিঃ আনন্দৰাম বৰুৱাৰ মৃত্যু-বাতৰি জনাব লগাত পৰিছোঁ। তেওঁ যোৱা শুকুৰবাৰে জ্বৰ আৰু পক্ষাঘাত বেমাৰত ইহলীলা সমাপন কৰিলে। তেওঁ এজন অসাধাৰণ বিদ্বান লোক আছিল, আৰু তেওঁৰ পাণ্ডিত্য গোটেই দেশত প্ৰসিদ্ধ আছিল। তেওঁৰ সংস্কৃত ব্যাকৰণ আৰু অভিধান সেই দুই ভাগক বিশেষকৈ আলোচনা কৰা পণ্ডিতৰ পক্ষে নিতান্ত উপযুক্ত হৈছিল। চৰকাৰী কৰ্ম্মচাৰীৰূপে তেওঁ ৰজাঘৰৰ বিশেষ বিশ্বাসৰ পাত্ৰ হৈছিল, আৰু প্ৰজাৰ ওচৰতো তেওঁৰ বৰ আদৰ আছিল, আৰু য'তে কাম কৰিছিল ত'তে সকলোকে তেওঁ সন্তোষ দিছিল। তেওঁ ডিষ্ট্ৰিক্ট মাজিষ্ট্ৰেটৰ নিচিনা উচ্চ আসন অধিকাৰ কৰিছিল, কিন্তু দুখৰ বিষয়, এই হেন বহুমূলীয়া জীৱনটি অকালতে নিৰ্ব্বাপিত হল। তেওঁৰ অকাল মৃত্যুত ৰজাঘৰ আৰু দেশৰ দুয়োৰো পূৰাব নোৱাৰা হানি ঘটিছে।"

দেশপ্ৰেমিক স্বৰ্গীয় ৰায়বাহাদুৰ নৰেন্দ্ৰনাথ সেন পৰিচালিত 'ইণ্ডিয়ান মিৰৰ' কাগজত প্ৰকাশ হৈছিল,—"মিঃ আনন্দৰাম বৰুৱা চিভিলিয়ানৰ যোৱা শুকুৰবাৰে মৃত্যু ঘটা বাতৰি শুনি আমি বিষম শোক পাইছোঁ। আমাৰ দেশৰ চিভিলিয়ানৰ সংখ্যা ইমান সৰহ নহয়। বাস্তৱিক

মিঃ বৰুৱাৰ মৃত্যুত এটি বৰ পূৰাব নোৱাৰা ক্ষতি হৈছে, তেখেত এজন সুপ্ৰসিদ্ধ সংস্কৃত পণ্ডিত আছিল, আৰু সংস্কৃত সাহিত্যৰ উন্নতিৰ কাৰণে প্ৰাণপণে পৰিশ্ৰম কৰিছিল। তেওঁৰ অকাল মৃত্যুত গোটেই ভাৰতবাসীয়ে মৰ্মান্তিক শোক অনুভৱ কৰিছে।"

আনন্দৰামৰ বন্ধু ৰমেশচন্দ্ৰ দত্তই ১৮৮৯ চনত প্ৰকাশিত তেওঁৰ 'প্ৰাচীন ভাৰতৰ সভ্যতা" নামে গ্ৰন্থত কৈছিল, "মোৰ দেশবাসীৰ ভিতৰত ধৰ্ম্মসংস্কাৰক ৰাজা ৰামমোহন ৰায় আৰু দয়ানন্দ সৰস্বতীয়ে সংস্কৃত সাহিত্যৰ ফালে মন মেলিছে, আৰু বঙ্গীয় চিভিল চাৰ্ভিচৰ বিষয়া মিঃ আনন্দৰাম বৰুৱাই এখনি মনোৰম ইংৰাজী-সংস্কৃত অভিধান প্ৰণয়ন কৰিছে, আৰু এখনি অতি প্ৰকাণ্ড সংস্কৃত ব্যাকৰণ ৰচনা কৰাত নিযুক্ত আছে।" এই কথা খিনি মিঃ ৰমেশচন্দ্ৰ দত্তই ১৮৮৮ চনৰ আগষ্ট মাহত কিতাপৰ পাতনিত লিখিছিল, কিন্তু গ্ৰন্থখন প্ৰকাশিত হোৱাৰ আগেয়েই মিঃ বৰুৱাৰ লোকান্তৰ ঘটে। তেওঁ আনন্দৰামৰ লৰাকালৰ বন্ধু, আৰু আনন্দৰামক ইমান স্নেহ কৰিছিল, আৰু তেওঁৰ প্ৰতিভাৰ ইমান সমাদৰ কৰিছিল যে আনন্দৰামৰ জৰিয়তে গোটেই অসমীয়া জাতিৰ প্ৰতি তেওঁৰ শ্ৰদ্ধাভক্তি বাঢ়িছিল। কোনো অসমীয়াৰ লগত বিবাহসূত্ৰে নিজক বান্ধিবলৈ তেওঁ বৰ হেপাহ কৰিছিল। সেইদেখি তেওঁ অতি আগ্ৰহেৰে তেওঁৰ দ্বিতীয় কন্যাক অসমীয়া ইঞ্জিনিয়াৰ মিঃ শশীনাৰায়ণ বৰাক বিবাহ দিছিল। আনন্দৰাম বৰুৱাৰ নিচিনা এনে এজন কৃতী বাল্যবন্ধুৰ মৃত্যুকথা শুনি মিঃ ৰমেশচন্দ্ৰ দত্তই অতি মৰ্মান্তিক দুখ পালে। ওপৰত টুকি দিয়া কথাখিনিৰ পাদটীকাত "প্ৰাচীন ভাৰতৰ সভ্যতা" গ্ৰন্থত ৰমেশচন্দ্ৰই লিখিছে—"ওপৰৰ কথা কিবাৰ লিখাৰ পাচত গ্ৰন্থকাৰে এই পূজনীয় সংস্কৃত পণ্ডিত বৰুৱাৰ হৃদয়বিদাৰক মৃত্যু-বাতৰি পাইছে। তেওঁৰ অকাল মৃত্যুত সংস্কৃত পাণ্ডিত্যৰ এনে এটি ক্ষতি হৈছে যাৰ সহজে প্ৰতিকাৰ নহব। আৰু এই বৰ্ত্তমান গ্ৰন্থকাৰৰ

পক্ষে মিঃ বৰুৱাৰ মৃত্যুশোক বিশেষ ব্যক্তিগত ভাবৰ, কলিকতা আৰু ইংলণ্ডৰ সেই কলেজৰ ছাত্র জীৱনৰ পৰা আৰম্ভ কৰি প্ৰায় কুৰি বছৰৰ ওপৰ মই মিঃ বৰুৱাৰে সৈতে বন্ধুত্ব সুখ ভোগ কৰিলোঁ।”

বৰুৱাৰ বিলাতৰ বন্ধু আৰু বৃটিছ মিউজিয়মৰ প্ৰাচ্যবিভাগৰ অধ্যক্ষ প্ৰফেচাৰ চেচিল বেণ্ডেলে ১৮৮৯ চনৰ জুলাই মাহত “টুবনাৰ্চ ৰিকৰ্ড” নামে ইংৰাজী পত্ৰিকাৰ ২৪৫ নং সংখ্যাত পণ্ডিতপ্ৰবৰ আনন্দ-ৰাম বৰুৱাৰ বিষয়ে এখনি চমু জীৱনী আৰু সমালোচনী লিখে। তাত তেওঁ কয়,—“আন্দাজ ১৮৮৪ চনত মই আনন্দৰামক বিলাতত লগ পাওঁ। তেওঁ বৰ নীৰৱপন্থী আৰু শান্তিপ্ৰিয় মানুহ আছিল। তেওঁৰ জীৱনৰ পৰা আমি এইটো দৃষ্টান্ত পাওঁ যে গৱৰ্ণমেণ্টৰ চাকৰিতে হওঁক বা আন ঠাইতে হওঁক কিছুমান নিয়মাধীন কৰ্ত্তব্যৰাশিয়ে আমাৰ সাহিত্য চৰ্চ্চাৰ প্ৰবৃত্তি একেবাৰে লুপ্ত কৰিব নোৱাৰে, যদিহে মানুহজন সেই বিষয়ে প্ৰকৃতপক্ষে একনিষ্ঠ হয়। যিমানদূৰ দেখা গৈছে ভাৰতৰ গৱৰ্ণমেণ্টৰ চিভিল চাৰ্ভিচত থকা মানুহে দেশৰ সাহিত্য আৰু বিজ্ঞানৰ উন্নতিৰ কাৰণে অতি কম কৰিব পাৰিছে, মাথোন ইয়াৰ ব্যতিৰেক কিছুমান শিক্ষাবিভাগৰ মানুহতহে দেখা যায়! কিন্তু আনন্দৰামৰ চাকৰিত থকা বাৰটি (১৩টি?) বহুমূলীয়া বছৰে সুপ্ৰসিদ্ধ মৃতসকলৰ ভিতৰত শাসনকৰ্ত্তা কোলক্ৰক আৰু বাৰ্ণেল, আৰু জীৱিতসকলৰ ভিতৰত গ্ৰিয়াৰ্চন, ফ্লিট আৰু আৰ-চি টেম্পোলেৰে সৈতে সমানধৰ্ম্মা বুলি মিঃ বৰুৱাক প্ৰমাণ কৰিছে। পাশ্চাত্য শিক্ষাই ভাৰতৰ মহা অনিষ্ট কৰিছে বুলি আমি নিতৌ গোচৰ শুনিবলৈ পাওঁ যে আগৰ শিক্ষাপদ্ধতি লোপ পাবলৈ ধৰিছে, তাৰ ঠাইত ঈশ্বৰক নমনা বাহিৰে-বংচং-ভিতৰি-কোৱা-ভাতুৰীয়া শিক্ষা দেশত প্ৰচলিত হইছে; ইয়াৰ পৰিণাম স্বৰূপে আগৰ পণ্ডিতসকলৰ সম্মানযোগ্য মূৰ্ত্তিৰ ঠাইত ইংৰাজী আৰু ভাৰতীয় দুয়োৰে বিদ্ৰূপৰ পাত্ৰ কুৰি শতিকাৰ “বাবু” নামে সেই অদ্ভুত জন্তুৰ সৃষ্টি

হৈছে। কিন্তু এই "বাবুনী" শিক্ষাৰ কেন্দ্ৰস্থান বঙ্গদেশৰ ওচৰত জন্ম গ্ৰহণ কৰি, আৰু তাত শিক্ষা লাভ কৰি, গৱৰ্ণমেণ্ট চাকৰিৰ কাৰণে আকাঙ্ক্ষা কৰি আৰু সেই চেষ্টাত কৃতকাৰ্য্য হোৱাত্‌ মিঃ আনন্দৰাম বৰুৱাই সংস্কৃত চৰ্চ্চাৰ কাৰণে কেনেকৈ আৰু আগ্ৰহ দেখুৱাইছিল!"

১৮৯০ চনৰ জানুৱাৰী মাহৰ ১৮ তাৰিখে কলিকতা বিশ্ববিদ্যালয়ৰ বছেৰেকীয়া অধিবেশন বা কন্‌ভোকেচন বহে। আনন্দৰাম বৰুৱা এই বিশ্ববিদ্যালয়ৰ এজন মুখিয়াল সদস্য আছিল, তেওঁৰ মৃত্যুত মিঃ বৰুৱাৰ দেশপূজ্য গুৰু ইউনিভাৰ্চিটিৰ ভাইচ-চেন্সেলাৰ ডাক্তৰ গুৰুদাস বন্দ্যোপাধ্যায়ে তেখেতৰ বক্তৃতাত কৈছিল,—"মিঃ আনন্দৰাম বৰুৱা এই বিশ্ববিদ্যালয়ৰ এজন সুপ্ৰসিদ্ধ গ্ৰেজুয়েট্ আছিল, আৰু চিভিল চাৰ্ভিচৰ সভ্যৰূপেও তেওঁ কম জনাজাত নাছিল। তেওঁৰ চৰ্কাৰী বিষয়ৰ এনে দায়িত্বপূৰ্ণ কামৰ উপৰিও তেওঁ অগাধ পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ ৰচনা আৰু প্ৰণয়ন কৰিব পাৰিছিল। আৰু ই বৰ দুখৰ কথা যে তেওঁৰ অকাল মৃত্যুৱে সেই প্ৰস্তাবিত কাম সম্পাদন কৰিবলৈ তেওঁক সুবিধা নিদিলে।"

মিঃ বৰুৱাৰ মৃত্যুত বঙ্গৰ খ্যাতনামা লেখক ঠাকুৰদাস মুখোপাধ্যায়ে মিঃ বৰুৱাৰ বিষয়ে "সাহিত্য"ত এটি প্ৰবন্ধ লিখে। ভাৰতৰ উৎৰপৰা মুখতলৈকে সকলোৱে স্বীকাৰ কৰিছিল যে এনে একনিষ্ঠ সাহিত্যসেবীৰ অকাল-মৃত্যুত ভাৰতমাতৃৰ বাস্তবিকে এটি বিষম দুৰ্ঘটনা ঘটিছে।

আনন্দৰাম বৰুৱাৰ মৃত্যুৰ একুৰি-ওঠৰ বছৰৰ পাচত তেওঁৰ শ্ৰদ্ধাভাজন নগৰীয়া পণ্ডিত অম্বাচৰণ তৰ্কচূড়ামণিয়ে কাশীত থকা অসমীয়া ছাত্ৰসকলক কৈছিল,—"১৮৮৮ চনত বৰুৱাৰ লগত মোৰ শেষ দেখা হয়। যিদিনা তেখেতৰ মৃত্যুৰ বাতৰি শুনিলোঁ, সেইদিনা মোৰ হৃদয় দুফাল হৈ গৈছিল। তোমালোকৰ ওচৰত মই চিৰকৃতজ্ঞ হলোঁ, মোৰ শ্ৰদ্ধেয় বন্ধুৰ এই ফটোগ্ৰাফখন দেখুৱা বাবে। তেখেতৰ কথা কৈ

তোমালোকক বুজাব নোৱাৰিম। তেখেতৰ নামত তোমালোক অসমীয়া গৌৰবান্বিত, ভাৰত-মাতৃ গৌৰবান্বিতা। তেখেত অসমীয়া নহয়—তেখেত ভাৰতবাসী, আৰু বিশ্ববাসী। তেখেতৰ পুণ্য আত্মাৰ আশীষ ভাৰতৰ ওপৰত বৃষ্টি হওঁক।”

মিঃ বৰুৱাৰ লগৰীয়া বন্ধু সুৰেন্দ্ৰনাথ বেনাৰ্জ্জীয়ে, নিজৰ আত্মজীৱন-চৰিত্ৰত এইদৰে লিখিছিল।—“আনন্দৰাম বৰুৱাৰ ঘৰ আছিল অসমত, আৰু তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰ বিশেষ সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। চৰকাৰৰ পৰা এটা বৃত্তি লাভ কৰি তেওঁ আই-চি-এচ পৰীক্ষা দিবৰ কাৰণে বিলাতলৈ যাত্ৰা কৰে। ১৮৭০ চনত কৃতকাৰ্য্য হোৱা ছাত্ৰসকলৰ ভিতৰত তেওঁ অন্তৰ্ভুক্ত হৈছিল। তেওঁ ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ কৰ্ম্মচাৰী হিচাবে ৰাজ্য শাসনৰ কৰ্ত্তব্য পালনৰ উপৰিও অসাধাৰণ একনিষ্ঠতাৰে সাহিত্য সেৱা কৰিছিল। মই শুনিছোঁ মৃত্যুৰ সময়ত তেওঁ সংস্কৃত ভাষাৰ এখন অভিধান ( ব্যাকৰণ ) সংকলনৰ কামত ব্যস্ত আছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে এই অভিধানখনি পোহৰলৈ ওলাব নোৱাৰিলে। ভবিষ্যতে মহৎ কাম কৰাৰ শক্তি আৰু সম্ভাৱনা কেনেকৈ অকস্মাতে বিলুপ্ত হয়, আনন্দৰামৰ অকাল মৃত্যুতে আমি তাৰ এটি উদাহৰণ পাওঁ। বৰুৱাৰ এই শক্তি আৰু সম্ভাৱনাৰ পূৰ্ণ পৰিণতি হ'লে পোৱা হলে জগতৰ সাহিত্য আৰু পাণ্ডিত্যৰ ভঁৰাল বহুপৰিমাণে সমৃদ্ধিশালী হ'লহঁতেন।”

# বৰুৱা জীৱন আৰু চৰিত্ৰ

মহাত্মা আনন্দৰাম বৰুৱাই তেওঁৰ ব্যাকৰণৰ পাতনিৰ এঠাইত লিখিছে,—“পৃথিবীত কিছুমান দাৰ্শনিক আছে, তেওঁলোকে ঐহিক সুখৰ বাহিৰে আন একোতে সুখৰ লেশমাত্ৰও নাপায়, আৰু পৰাপক্ষত তেওঁলোকে প্ৰাচীন সাহিত্য আলোচনা আদি সমূলে ধ্বংস কৰিলেহেঁতেন। তেওঁলোকে পাহৰিছে যে মানুহৰ মনেই সকলো সুখৰ অপূৰ্ব্ব ভঁড়াল, যে ঐহিক সুখতকৈও আৰু বেচি পবিত্ৰ আৰু উচ্চ তৰপৰ সুখ এই সংসাৰত আছে, আৰু যেতিয়ালৈকে মানুহ আৰু মানুহৰ মন এতিয়া যেনে ভবিষ্যতেও তেনে সম্বন্ধত সংলগ্ন হৈ থাকে, তেতিয়ালৈকে মানৱ জাতিৰ মন মানুহৰ সকলো ৰকম সুখৰ অক্ষয় ভঁড়াল হৈ থাকিব।”

আনন্দৰাম বৰুৱাই গোটেই জীৱনত এই মানসিক সুখৰ আদৰ্শকে মানি চলিছিল, আৰু ঐহিক বাসনা সম্ভোগ জলাঞ্জলি দি তেওঁ শিশুকালৰে পৰা এই চৰম সুখৰ আদৰ্শৰ দ্বাৰা নিজৰ জীৱন পৰিচালিত কৰিছিল। সৰুকালতে ছাত্ৰাৱস্থাত তেওঁৰ জ্ঞানাৰ্জনৰ বাহিৰে আন একোতে থাউতি নাছিল। যেতিয়া স্কুলত পঢ়ে তেতিয়া তেওঁৰ প্ৰকৃত সহচৰ আছিল—সমনীয়া সহপাঠী ছাত্ৰবৃন্দ নহয়,—প্ৰধান বৈয়াকৰণিক পাণিনি, পুৰুষোত্তম বিদ্যাবাগীশ, আৰু নৱৰত্ন সভাৰ উজ্জ্বল ৰত্ন আভিধানিক অমৰসিংহ বৰুৱাদেৱৰ নিত্য সহচৰ আছিল। কলিকতাত থাকোঁতেও তেওঁ জ্ঞানৰ অমৃত আঁজলি ভৰি পান কৰিছিল। আন আন ভাৰতীয় ডেকাৰ সৰহভাগে বিলাতলৈ গৈ তাৰ লাহবিলাহত মন ঢালি দি পাশ্চাত্য সভ্যতাৰ জিকামাত্ৰ লৈ ভাৰতলৈ প্ৰত্যাবৰ্ত্তন কৰে। কিন্তু মিঃ বৰুৱাই বিলাতত মাথোন দুবছৰ কাল থাকি তাৰ পৰা বিদায়

দূৰ সম্ভৱ তিমান জ্ঞানৰ গধুৰ বোজা ভাৰতলৈ লৈ আহে। তেওঁৰ জ্ঞান-লিপ্সা দেখি স্বনামখ্যাত ইংৰাজ অধ্যাপকসকলে আচৰিত মানিছিল। লণ্ডন ইউনিভাৰ্চিটিৰ পশু-বিজ্ঞানৰ অধ্যাপক ডাক্তাৰ কাৰ্পেণ্টাৰে মিঃ বৰুৱাক তেওঁৰ বিজ্ঞানৰ শ্ৰেণীত ছাত্ৰৰূপে পাইছিল। ডাক্তাৰ কাৰ্পেণ্টাৰে মুক্তকণ্ঠে স্বীকাৰ কৰিছিল,—"মই ইমান দিন বৃটিছ সাম্ৰাজ্যৰ ৰাজধানী লণ্ডন মহানগৰীত অধ্যাপকী কৰিলোঁ, কিন্তু আজিলৈকে মিঃ বৰুৱাৰ নিচিনা এনে অনুসন্ধিৎসাপ্ৰবণ ছাত্ৰ দেখা নাপালোঁ।" সেইদৰে ইংৰাজী সাহিত্যৰ অধ্যাপক সুবিখ্যাত সমালোচক মিঃ হেন্‌ৰি মৰ্লি, গণিতশাস্ত্ৰজ্ঞ পণ্ডিত ডাক্তাৰ টধাণ্টাৰ, সংস্কৃত অধ্যাপক ডাক্তাৰ থিয়দাৰ গোল্ডষ্টকাৰ প্ৰমুখ্যে অন্যান্য অধ্যাপকসকলো মিঃ বৰুৱাৰ জ্ঞানাৰ্জ্জন-প্ৰবৃত্তিত স্তম্ভিত হৈছিল। তাৰ পিচত চিভিল চাৰ্ভিচ পৰীক্ষাত উঠি মাজিষ্ট্ৰেট হৈ যেতিয়া কৰ্ম্মক্ষেত্ৰত সোমায় মিঃ বৰুৱাই আন আন ভাৰতীয় কৃতী সন্তানৰ দৰে তেওঁৰ পুথি-পাঁজি দলিয়াই পেলোৱা নাছিল। তেওঁ গোটেই জীৱন অকল জ্ঞানাৰ্জ্জনতে কটালে। মিঃ বৰুৱাৰ পৰম সৌভাগ্য যে তেওঁ যিটি আদৰ্শ জীৱনৰ গতি স্বৰূপে থিৰাং-কৈ লৈছিল, আজীৱন কাল সেই আদৰ্শ মানি চলিবলৈ তেওঁ সুবিধা আৰু মনোবল পাইছিল, সংসাৰৰ পাকচক্ৰই সেই উন্নত আদৰ্শক চুৰমাৰ কৰি পেলাব নোৱাৰিছিল, অন্ততঃ মিঃ বৰুৱাই অতি সযতনে আলফুলকৈ সেই আদৰ্শৰ ফুলপাহিক হৃদয়ত ডাঙৰ-দীঘল কৰিছিল; সংসাৰৰ নিদাৰুণ ধুমুহা বতাহৰ পৰা সেই ফুলপাহিক তেওঁ প্ৰাণপণে ৰক্ষা কৰিছিল।

মিঃ বৰুৱাই ঐহিক সুখক জলাঞ্জলি দি এই মানসিক সুখৰ চৰম আদৰ্শক সিংহাসনত বহাওঁতে তেওঁ সাংসাৰিক বহুত কষ্ট স্বীকাৰ কৰিছিল। তেওঁ গোটেই জীৱন অবিবাহিত ভাবে কটালে। তেওঁৰ প্ৰধান কাৰণ আছিল,—বিবাহবন্ধনত সোমোৱাটোৱেই বৰ জঞ্জালৰ কথা;

তেতিয়া হলে তেওঁ দুৰ্ঘোৰ সংসাৰীভাবে জীৱন অতিবাহিত কৰিব লাগিব, গতিকে তেওঁৰ সাহিত্যচৰ্চ্চাত বিষম বিঘিনি ঘটিব, আৰু হৃদয়ত তেওঁ যি উচ্চ আদৰ্শ ৰোপন কৰিছিল, সিও চুৰমাৰ হৈ যাব। তেওঁৰ জ্ঞানাৰ্জ্জনতকৈ আন কাৰোবাক হৃদয়ৰ সিংহাসনত বহুৱাবলৈ তেওঁ ইচ্ছুক নাছিল। সেইদেখি তেওঁক কোনোবাই বিবাহৰ কথা প্ৰস্তাৱ কৰিলে, তেওঁ তেওঁৰ গ্ৰন্থাবলীৰ ফালে আঙুলিয়াই ইয়াকে মাথোন কৈছিল,— "এই গ্ৰন্থাৱলীয়েই মোৰ ভাৰ্য্যা, মই কোনো শৰীৰিনী ভাৰ্য্যাক বিবাহ কৰি বিপত্নীকৰ নাম লব নোখোজোঁ।" মিঃ আনন্দৰাম বৰুৱাই ভবভূতিৰ মহাবীৰচৰিতৰ জানকীৰাম-ভাষ্যৰ টীকাত আৰণ্যক নামে নাটকৰ পঞ্চম অঙ্কৰ অন্তত এই ভাব ছন্দোবদ্ধ কৰিছিল,—যিজনে বিদ্যাৰ অভাবকহে অৰণ্য বুলি ভাবে, আৰু যিজনে প্ৰিয়াৰ অভাৱক অৰণ্য বুলি নাভাবে, তেওঁৰ দ্বাৰা এই আৰণ্যক অঙ্কৰ সুগম আৰু সুবিমল বিবৃতি ৰচিত হৈছে।

মিঃ বৰুৱাই যে বিয়াৰ সপোন মনলৈ কেতিয়াও অনা নাছিল এই কথা কোনেও ভাবিব নালাগে। বিলাতৰ পৰা চিভিলিয়ান হৈ দেশলৈ উভতি অহাৰ কিছুদিনৰ পাচত মিঃ বৰুৱাই তেওঁৰ এজন অন্তৰঙ্গ বন্ধুক এগৰাকী সুন্দৰী যুৱতীৰ এখনি ছবি বা ফটো দেখুৱাই কৈছিল,—"এৱেঁই মোৰ অভিপ্ৰেত পত্নী"। মিঃ বৰুৱাৰ সমসাময়িক শ্ৰীযুক্ত বলিনাৰায়ণ বৰা ডাঙৰীয়াৰ পৰা আমি এই কথা জানিব পাৰিছোঁ। কিন্তু এই ভাবী পত্নীক মিঃ বৰুৱাই বিবাহ নকৰিলে কিয় আমি কব নোৱাৰোঁ। বোধ কৰোঁ লাহে-লাহে মিঃ বৰুৱাই নিদৰে সাহিত্যচৰ্চ্চাত মন পাৰিবলৈ ধৰিলে, সংসাৰী হোৱাৰ বাসনা তেওঁৰ অন্তৰৰ পৰা একেবাৰে অন্তৰ্দ্ধান হল।

মিঃ বৰুৱাৰ অৱস্থা আনৰ চকুত-লগা আছিল,—পৰোত্তৰ সুখ্যাতি আৰু এই অক্ষয় যৌবন। এনে স্থলত বহুৰ সম্ভ্ৰান্ত কন্যাৰত কেৱা

গৰাকীয়েও মিঃ বৰুৱাক বিবাহবন্ধনত বান্ধিবলৈ বিশেষ যত্ন কৰিছিল। আমি শুনিছোঁ তেওঁলোকে বৰুৱাৰ চিত্ত আকৰ্ষণ কৰিবলৈ আৰু মিঃ বৰুৱাৰ লগত অবাধে ফুৰিবলৈ নিজৰ দুহিতাসকলক গাড়ীত তুলি মিঃ বৰুৱাৰ ওচৰলৈ পঠিয়াইছিল; কিন্তু বৰুৱাই অপূৰ্ব্ব শক্তিৰে চিত্ত সংযম কৰিছিল, আৰু কেতিয়াও এই মায়াবিনীসকলৰ ফান্দত নপৰিছিল। আমি শুনিছোঁ মৃত্যুৰ দুবছৰ কি তিনিবছৰ পূৰ্ব্বে এজন অসমীয়া ডাঙৰীয়াই স্ব-কন্যাক আনন্দৰামক বিয়া দিব খুঁজিছিল, আৰু এই অৰ্থে সেই কন্যাক বোলে আনন্দৰাম বৰুৱাৰ আগত থিয় কৰাইছিল। আনন্দৰামে এই প্ৰলোভনৰ হাত সাৰিলে। তেওঁ সেই কন্যাক এটি সুবৰ্ণ পদক উপহাৰ দি বিদায় দিলে।

কিন্তু এই থিনিতে কব লাগিব—আনন্দৰাম বৰুৱা অবি-বাহিত থকাৰ ইয়ো এটি কাৰণ হব পাৰে যে কোনো সজকুলীয়া অসমীয়া সম্ৰান্ত মানুহে তেওঁক ছোৱালী নেযাচিছিল। সেই সময়ত অসমীয়া সমাজ এতিয়াৰ দৰে উন্নত নাছিল। বিলাত-ফেৰ্ত্তা বুলিলে মানুহে সমাজৰ বাহিৰে বুলিয়েই জ্ঞান কৰিছিল। আনন্দৰামে বিলাতৰ পৰা উভতি আহোঁতে তেওঁৰ দুজন সম্বন্ধীয়াই সংসাহেৰে তেওঁৰ লগত মিলি মিচি খোৱা-লোৱাৰ কাৰণে কিছুদিনলৈ সমাজৰ গৰিহণাৰ পাত্ৰ হৈছিল। পাচত এগৰাকী সত্ৰীয়া প্ৰভুৰ উদাৰতাৰ গুণেহে তেওঁলোকে কোনোপধ্যে উদ্ধাৰ পালে। এনেস্থলত, আনন্দৰামলৈ কোনো অসমীয়াই কন্যা নযচাটো একেবাৰে স্বাভাবিক। আনন্দৰামে বঙ্গালী কন্যা অনায়াসে বিয়া কৰিব পাৰিলেহেঁতেন, তাৰ কাৰণে কন্যাৰত্ত বঙ্গীয় পিতৃসকলে বিশেষ প্ৰলোভনৰ জালো পাতিছিল। কিন্তু আনন্দৰাম বৰুৱাই দুখুনী অসমৰ প্ৰতি মৰম ৰাখিছিল। তেওঁ দেশ এৰি বিদেশত সম্বন্ধ পাতিবলৈ স্বাভাবিকতে অনিচ্ছুক আছিল। আনন্দৰামে এইদৰে মোখোৰ-মোখোৰ কৰি থাকোঁতে যেতিয়া ভাটিবয়সত ভৰি দিলে তেতিয়া তেওঁৰ

বিবাহৰ সময় চৰি গ'ল। অথাচ তেওঁ বৈবাহিক জীৱনৰ ছবি কল্পনাত আঁকিবলৈ বৰ বেয়া নাপাইছিল যেন লাগে। শ্ৰীযুত পোনাৰাম বৰুৱাই মাজে-সময়ে তেওঁক কৈছিল,—"ককাইদেউ, আপুনি বিয়া কৰক।" আনন্দৰামে তাৰ উত্তৰত কয়,—"মই বিয়া কৰিলে তুমি সঁচাকৈয়ে তাজ পাবানে? পৰশুৰাম ককাইদেউৰ বৈনীয়েক বৌৱেক যেনেকৈ মৰম কৰিছিলা, তেনেকৈ মৰম কৰিবানে?" শ্ৰীযুত পোনাৰাম বৰুৱাই কৈছিল,—"আমি কি সাধেঁ মৰম কৰিবৰ পাত্ৰ? আপোনালোক দুয়ো বাগীত হেৰা থাবলৈ যাব, মই দূৰৈৰ পৰা চাই ভাবিম,—সোৱা ককাই আৰু বৌ।" মিঃ বৰুৱাই এই কথা শুনি বৰ আনন্দ লাভ কৰিছিল; আৰু সেই কথা পুনৰ কবলৈ পোনাৰামক বাৰে-বাৰে অনুৰোধ কৰিছিল।

মহামানৱসকলৰ চৰিত্ৰ শিশুৰ নিচিনা সৰল, এই কথা সকলোৱে জানে। আনন্দৰাম বৰুৱাৰ সৰামতীয়া স্বভাৱৰ উদাহৰণ আৰু এটি কথাত পোৱা যায়। বৰুৱাৰ লগত ঘনিষ্ঠভাৱে পৰিচিত পণ্ডিত অম্বনাচৰণ তৰ্কচূড়ামণি ডাঙৰীয়াই কৈছিল যে বৰুৱাৰ এটি বৰ বিশ্বাসী লগুৱা আছিল। বৰুৱাই এই লগুৱাটিক এদিন সুধিলে,—"বাৰু ক'চোন মোৰ বিষয়ে মানুহে কি কয়?" লগুৱাই ইয়াৰ উত্তৰত কলে,—"যিবোৰে মোকদ্দমাত জিকে, তেওঁলোকে কয় বৰুৱা চাহেব এজন ভাল মানুহ। আৰু যিবোৰে মোকৰ্দ্দমাত হাৰে তেওঁলোকে কয় বৰুৱা চাহেব ভাল মানুহ নহয়।" ইয়াকে শুনি আনন্দৰাম বৰুৱাই খেল-খেল হাঁহিবলৈ ধৰিলে।

সচৰাচৰ দেখা যায় যি সকল চিন্তাপ্ৰিয়, যি সকলে মানসিক সুখৰ আগত ঐহিক সুখ একেবাৰে তৃণ জ্ঞান কৰে তেওঁলোকে নিজৰ চিন্তা ৰাজ্যত ঘূৰিয়েই অপাৰ আনন্দ পায়, আনৰ সংগলৈ আহি নিজৰ চিন্তাৰ প্ৰবাহত ব্যাঘাত জন্মাবলৈ তেওঁলোকে ইচ্ছা নকৰে। সেইদেখি এজন দাৰ্শনিকে কৈছে,—"যিসকলে নিৰ্জ্জনতা ভাল পায়, তেওঁলোক হয় পশু,

নহয় দেৱতা।" আনন্দৰাম বৰুৱাও এই ধৰণৰ নিৰ্জ্জনতাপ্ৰিয় আছিল। তেওঁ মানুহৰ সঙ্গতকৈ নিজৰ পুথি-পাজি লৈয়েই থাকিবলৈ ভাল পাইছিল। কিন্তু সেই বুলি কোনো মানুহ গলে যে তেওঁ অনাদৰ কৰিছিল এনে নহয়। এজন গাঁৱলীয়া ভদ্ৰলোকক স্বয়ং শিৱসাগৰ জিলাৰ বৰচাহাবৰ সম্মুখত মিঃ বৰুৱাই কেনেকৈ নিৰ্ভীক ভাবে সমাদৰ কৰিছিল সেই কাহিনী পাঠকসকলৰ নিশ্চয় মনত আছে। তেওঁ ঐশ্বৰ্য্য আৰু বিভূতিৰ মাজত থাকিও যে এইদৰে বৈৰাগ্য ধৰ্ম্ম ৰক্ষা কৰিব পাৰিছিল ই বিশেষ গৌৰবৰ কথা। প্ৰফেচাৰ চেচিল বেণ্ডেলেও কৈছে,—"মিঃ বৰুৱাই নীৰলে থাকিবলৈ বৰ ভাল পাইছিল। আৰু কাৰো আগতে পেটৰ কথা খুলি নকৈছিল।" নবীন সেনেও তেওঁৰ "আমাৰ জীবন"ত কৈছে যে মিঃ বৰুৱা বৰ শান্তিপ্ৰিয় আছিল।

মিঃ বৰুৱাৰ চাহাবীয়না মেজাজ এতিয়ো নাছিল, কোনো মানুহ তেওঁৰ ওচৰলৈ গলে তেওঁ বৰ আদৰ-সমাদৰ কৰিছিল, আৰু কথাবাৰ্ত্তাত এনে বিভোৰ হৈছিল তেওঁ যে এজন জিলাৰ বৰচাহাব সেইটো তেওঁ একপ্ৰকাৰ পাহৰি গৈছিল। মানুহৰ লগত তেওঁ আনৰ ব্যৱসায় বা বিশেষ ৰুচিৰ বিষয়ে আলাপ কৰিছিল, কোনো মহাজন বা দোকানী গলে তেওঁৰ লগত মিঃ বৰুৱাই বাণিজ্য-ব্যৱসায়ৰ মেল পাতিবলৈ ভাল পাইছিল, উকীল গলে তেওঁৰ লগত ওকালতিৰ বিষয়ে কথা পাতিছিল। এই বিষয়ে আনন্দৰাম বৰুৱাৰ অভ্যাস আনন্দৰাম ঢেকিয়াল ফুকনৰ নিচিনা আছিল। কোনো নিৰাশ্ৰয় মানুহ গলে মিঃ বৰুৱাই তেওঁক কামে-কাজে থাপি উপাৰ্জ্জনৰ এটা বাট উলিয়াই দিবলৈ চেষ্টা কৰিছিল।

মিঃ বৰুৱাৰ আৰু এটি গুণ আছিল যে তেওঁ নিজৰ অন্তৰৰ কথা কাকো ভাঙি নকৈছিল। মিঃ পালিতে এই গুণৰ বিষয়ে আমাক বহুতৈ তাতি বাৰে-বাৰে কৈছিল। বহুতে এই গুণটিৰ মোল বুজি

তাক কপট বুলি কয়। কিন্তু আমি কওঁ ই এটা মহৎ গুণ, নিজৰ কথা প্ৰগল্‌ভভাৱে আনৰ আগত বলকি ফুৰিলে আনে হয়তো তাক প্ৰকৃত মৰ্ম্মত গ্ৰহণ নকৰিবও পাৰে, বিশেষতঃ যিসকল পুৰুষ সমসাময়িক সকলতকৈ এখোপ বেচি উন্নত, তেওঁলোকৰ কথা আৰু মানুহে প্ৰকৃত অৰ্থত গ্ৰহণ কৰিব নোৱাৰি অৰ্থান্তৰ কৰি বিদ্ৰূপ বিকথনা কৰে। মিঃ বৰুৱা আছিল নীৰৱ কৰ্ম্মবীৰ, তেওঁ নিজৰ ঢোল পিতাই আনৰ চিত্তাকৰ্ষণৰ চেষ্টা নকৰিছিল।* নিজৰ স্বাভাৱিক গুণ আৰু সম্পাদিত কাৰ্য্যাৱলীৰপৰা তেওঁ মানুহৰ আদৰ পাইছিল।

কিন্তু ইয়াৰ এটা অনিষ্টও আছে। মিঃ বৰুৱাই নিজৰ মনৰ কথা বন্ধু-বান্ধৱৰ আগত খুলি কোৱাহেঁতেন আজি আমি তেওঁৰ জীৱনৰ আহিলা-সম্বলৰ কাৰণে হেৰাপুৰি খাই ফুৰিব নেলাগিলে হয়। মিঃ ৰমেশচন্দ্ৰ দত্ত বিলাতলৈ গৈ চিভিলিয়ান হৈ আহিল। দেশলৈ উভতি "ইউৰোপত তিনি বছৰ" নামে এখনি আত্মচৰিত লেখিলে, কিন্তু তেওঁৰ বন্ধু আনন্দৰামে বিলাতত কি কৰিছিল সেই বিষয়ে একো চিন-মোকামেই নোহোৱাত পৰিল। কিন্তু আমি খাতাংকৈ একো কোৱা উচিত নহয়, কি জানি সময় পোৱা হলে মিঃ বৰুৱাই নিজৰ আত্মজীৱনচৰিত লিখিলেহেঁতেন। তেওঁৰ অকাল মৃত্যুতে জীৱনৰ সকলো বাসনা বিলুপ্ত হ'ল।

আনন্দৰামৰ এটি মহৎ গুণ আছিল যে তেওঁ নিজৰ আত্মীয়-কুটুম্বলৈ মৰম-চেনেহ কাচিতো নেৰিছিল, বিশেষতঃ তেওঁৰ সহোদৰ কিজনক তেওঁ প্ৰাণসম ভাল পাইছিল। তেওঁৰ জীৱনৰ কীৰ্ত্তিস্তম্ভ সংস্কৃত অভিধানখনি অতি চেনেহী ভাষাৰে পিতৃ গৰ্গৰাম আৰু মাতৃ দুৰ্লভেশ্বৰীৰ নামে তেওঁ উচৰ্গা কৰিছিল। অগ্ৰজ পৰশুৰামৰ নাম ভৱভূতিৰ "মহাবীৰচৰিত"ৰ টীকাত সন্নিবিষ্ট স্বৰচিত শ্লোকত সংযুক্ত কৰিছিল, আৰু নিজক পৰশুৰাম বৰুৱাৰ ভায়েক বুলি চিনাকী দিবলৈ তেওঁ কেতিয়াও সংকোচ

নকৰিছিল। "মহাবীৰচৰিত"ৰ দ্বিতীয় অঙ্কৰ শেহত মিঃ বৰুৱাই লিখিছে,—

"ভ্ৰাতা পৰশুৰামস্য লোহিত্যতটজন্মনঃ।
পৰশুৰামসংবাদো বৃত্তেনাঽয়ং স্ফুটীকৃতঃ॥"

অৰ্থাৎ, ব্ৰহ্মপুত্ৰৰ কাষৰত জন্মধাৰী পৰশুৰামৰ ভায়েকৰ দ্বাৰা এই পৰশুৰাম সংবাদ ব্যাখ্যা কৰা হ'ল।

পৰশুৰাম বৰুৱা সকছোৱাত আনন্দৰামৰ অভিভাবকৰ দৰে আছিল। তেওঁ ১৮৭৭ চনত প্ৰায় আঠৈকুৰি বছৰ বয়সত বসন্ত ৰোগত গুৱাহাটীতে ঢুকায়।

ককায়েক জানকীৰামলৈ আনন্দৰামৰ অগাধ স্নেহ আৰু ভক্তি আছিল। ককায়েকৰ নাম অমৰ কৰিবৰ নিমিত্তে আনন্দৰামে "মহাবীৰ-চৰিত"ৰ নিজে লিখা টীকাক জানকীৰাম ভাষ্য নামেৰেহে প্ৰকাশ কৰিছিল। তেওঁ "মহাবীৰচৰিত" গ্ৰন্থৰ আদিতে লিখিছে—"মহাকবি ভবভূতি-বিৰচিতস্য মহাবীৰচৰিতস্য জানকীৰামভাষ্যম্।—

নাটকং বীৰচাৰিত্ৰং প্ৰণীতং ভবভূতিনা।
জানকীৰামসংবদ্ধং বাক্যাৰ্থতুষ্পৰিগ্ৰহম্॥
প্ৰণম্য জানকীৰামৌ সৰ্ব্বভাৰতপূজিতৌ।
জানকীৰামসংজ্ঞেন ভাষ্যেণ বিবৃণোম্যহম্॥
জানকীৰাম-সোদৰ্য্যো দুৰ্লভাগৰ্গনন্দনঃ।
আনন্দৰাম বৰুৱা প্ৰাগ্‌জ্যোতিষ্‌পুৰসম্ভবঃ॥

অৰ্থাৎ—মহাকবি ভবভূতিয়ে ৰচনা কৰা "মহাবীৰচৰিত"ৰ জানকীৰাম-ভাষ্য আৰম্ভ হৈছে। কবি ভবভূতিয়ে জানকীৰামৰ কাহিনী লৈ বীৰচৰিত নামে নাটক ৰচনা কৰিলে। গোটেই ভাৰতপূজিত ৰাম আৰু সীতাক প্ৰণাম কৰি দুৰূহ শব্দৰ অৰ্থ মই—অৰ্থাৎ জানকীৰামৰ কনিষ্ঠ

প্ৰাগ্‌জ্যোতিষপুৰত জন্মধাৰী দুৰ্লভেশ্বৰী আৰু গৰ্গৰাঘৰ সন্তান আনন্দৰামে জানকীৰাম নামে টীকাৰে ভাঙিলোঁ।

নাটকৰ অন্তত জানকীৰামৰ বিষয়ে আনন্দৰামে দুই কেফাকি শ্লোক সংবদ্ধ কৰিছে সি অতি সুৰুলা; দীঘল বুলিও আমি তাক ইয়াত তুলি দিলোঁ।—

"আসীন্মে দয়িতো ভ্ৰাতা জানকীৰামবিশ্ৰুতঃ।
পিত্ৰোঃ প্ৰিয়তৰঃ পুত্ৰঃ প্ৰাগ্‌জ্যোতিষ্পুৰনন্দনঃ॥
অঙ্কে শব্দে পুৰাবৃত্তে লব্ধ-বিস্তীৰ্ণ বোধনঃ।
স্বদেশস্য হিতে কাৰ্য্যে সদা প্ৰৱণমানসঃ॥
বিংশত্যাস্তু শতাব্দস্য বৰ্ষে সপ্তোদশোন্মিতে।
ইচ্ছয়া জগতঃ কৰ্ত্তুৰনতিজ্ঞেয়তৰ্কয়া॥
অবিশোধ্য সমাবদ্ধমৈতিহাসিকপুস্তকম্।
যো যৌবনং সমাসাদ্য জগাম ত্ৰিদশালয়ম্॥
তদীয়স্মৰণাৰ্থৈৰ ব্যাখ্যা তন্নামসংজ্ঞিতা।
পদবাক্যপ্ৰমাণস্য তত্ত্বজ্ঞস্য কৃতেঃ কৃতা॥
চতুস্ত্ৰিংশত্তমে বৰ্ষে শতাব্দে পূৰ্ব্বভাষিতে।
আশ্বিনে দ্বাদশে দিনে পঞ্চম্যাং শুক্ৰবাসৰে॥
সমাপ্তিমগমদেষা স্তোমীশং কৰুণাময়ম্।
বিদুষঃ প্ৰাৰ্থয়ে চৈতৎ দোষঃ সৰ্ব্বত্ৰ মৃষ্যতাম্॥"

অৰ্থাৎ—

জানকীৰাম নামেৰে মোৰ এজন চেনেহৰ সহোদৰ আছিল। তেওঁ প্ৰাগ্‌জ্যোতিষপুৰৰ সন্তান, আৰু পিতৃৰ অধিকতৰ প্ৰিয় পুত্ৰ আছিল। তেওঁ অঙ্ক, শব্দ আৰু ইতিহাসত বিশেষ পাৰদৰ্শী, আৰু দেশৰ হিতৰ কামৰ নিমিত্তে সদাই উদ্যোগী আছিল। তেওঁ এখনি ঐতিহাসিক গ্ৰন্থ

ৰচনা আৰম্ভ কৰিছিল, কিন্তু তাক শেষ কৰিবলৈ নৌপাওঁতেই জগত-পিতা পৰমেশ্বৰৰ ইচ্ছাত যৌবন পাৰ হওঁতেই ১৯১৭ সংবত চনত স্বৰ্গী হ'ল। তেওঁৰ স্মৃতিৰক্ষার্থে তেওঁৰ নামেৰে ৰচিত এই ব্যাখ্যা ১৯৩৮ সংবতৰ আহিনৰ বাৰদিন যোৱাত শুকবাৰ পঞ্চমী তিথিৰ দিনা সমাপ্ত হ'ল। করুণাময় পৰমেশ্বৰ স্তুতি কৰিছোঁ আৰু বিদ্বান-মণ্ডলীকো স্তুতি কৰিছোঁ যেন সকলো দোষৰ মাৰ্জ্জনা হয়।

জানকীৰাম এজন বৰ বুদ্ধিমন্ত মানুহ আছিল। তেওঁ গুৱাহাটীৰ হাই-স্কুলত দ্বিতীয় শিক্ষকৰ কাম কৰিছিল। তেওঁ যদিও কোনো পৰীক্ষা পাচ কৰা নাছিল, অসমৰ কমিচনাৰ জেনেৰেল জেন্‌কিঞ্চ্‌ চাহাবে এই বুলি তেওঁক চাৰ্টিফিকেট্‌ দিছিল,—"জানকীৰাম বি-এ উপাধিধাৰী নহয়, কিন্তু অন্যান্য বি-এতকৈয়ো তেওঁ বেচি বিদ্বান।"

জানকীৰাম পিতাকৰ সোঁহাত যেন আছিল, সেই দেখি তেওঁ বৰ প্ৰিয়পাত্ৰ আছিল। মৃত্যুৰ সময়ত জানকীৰামৰ বয়স মাত্ৰ ২১ বছৰ।

ইজন সহোদৰ মণিৰামৰ নামে মিঃ বৰুৱাই নিজৰ ছপাখানাৰ নাম থয়, আৰু তেওঁক শিক্ষাৰ কাৰণে বিলাতলৈ পঠিয়ায়, কিন্তু মণিৰাম বিকৃতমস্তিষ্ক হৈ দেশলৈ উভতি আহে, আৰু পৰশুৰামৰ মৃত্যুৰ কিছু দিনৰ পাচতে ২২ বছৰ মান বয়সত উত্তৰ গুৱাহাটীত তেওঁৰ লোকান্তৰ ঘটে।

প্ৰায় দেখা যায়, বংশৰ কোনো এজনে ডাঙৰ পদবী পালে তেওঁ তেওঁৰ কম সৌভাগ্যৱন্ত আত্মীয়-কুটুম্বৰ নাম পৰ্য্যন্ত লবলৈ ঘিণ কৰে। এনে কি এজ্‌লাচত বহি থকা কৃতী পুত্ৰই দৰিদ্ৰ বাপেকক অচিনাকীৰ ভাও ধৰি চাপৰাচিৰ হতুৱাই নিৰ্য্যাতন কৰি খেদি দিয়াৰ গল্পটো ৰসিক-প্ৰবৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ অনুগ্ৰহত অসমত সুপৰিচিত হৈছে। কিন্তু ইপোনে আনন্দৰামৰ ফালে চাওঁক, তেওঁ জিলাৰ বৰ চাহাব হৈয়ো নিজ সহোদৰৰ নাম গ্ৰন্থাৱলীত চিৰস্মৰণীয় কৰি থৈ গৈছে।

মিঃ বৰুৱা আজীৱন বিদেশত থাকিবলগীয়া হোৱাদ স্বজাতি ভ্ৰাতৃবৃন্দৰ কাৰণে বৰকৈ তেওঁৰ প্ৰাণটো পুৰিছিল।

মিঃ বৰুৱাৰ দয়াগুণৰ কথা আমি আগেয়ে অলপ উল্লেখ কৰিছোঁ। তেওঁ মফচললৈ গলে সদাই লগত দুগাড়ীমান দাইল-চাউল বস্ত্ৰ আদি লৈ গৈছিল, বাটত যাওঁতে কোনো অন্নক্লিষ্ট অনাশ্ৰিত মানুহ পালে সিহঁতক সেই বস্তু বিলাই দিছিল। নোৱাখালীবাসীয়ে আজিলৈকে সাধুকথাৰ দৰে মিঃ বৰুৱাৰ দয়াগুণৰ কথা কৈ থাকে। কিন্তু তেওঁ অবিবেচক দানী নাছিল, তেওঁ ভাবি-চিন্তিহে মানুহক সহায় কৰিছিল, কাৰণ বহুতে দাৰিদ্ৰ্যৰ ভাও ধৰি মানুহৰ কৰুণাৰ প্ৰাৰ্থী হব পাৰে। আনন্দৰামে বহুত দুখীয়া ছাত্ৰক সহায় কৰিছিল, কিন্তু অপব্যয় হয় বুলি কালৈকো ৫।১০ টকাৰ সৰহ নপঠাইছিল। তেওঁৰ আত্মীয়-কুটুম্ব সকলে শ্ৰাদ্ধ সকামত দৰকাৰ বুলি তেওঁৰ ওচৰত হাত পাতিলে তেওঁ পৰাপক্ষত সহায় কৰিবলৈ পাচ হুহঁকিছিল। তেওঁৰ মাতৃপক্ষৰ একমাত্ৰ বংশধৰ আছিল শ্ৰীযুত সোনাৰাম বৰুৱা। তেওঁৰ অবস্থা ভাল নাছিল। বৰুৱাই তেওঁৰ পৰিয়ালৰ ভৰণপোষণৰ কাৰণে সোনাৰামলৈ তিনি মাহে এশ টকাকৈ পঠিয়াইছিল। এবাৰ "আসাম নিউজ"ৰ সম্পাদক স্বৰ্গীয় কালীৰাম বৰুৱা ডাঙৰীয়াই "বিপুৰঞ্জ" নামে কিতাপ এখনি প্ৰকাশ কৰি আনন্দৰামলৈ একপি পঠিয়াইছিল। আনন্দৰামে সোনাৰামলৈ এখনি কাৰ্ড লিখি পঠালে যেন কালীৰাম বৰুৱাৰ কিতাপৰ বেচ পাঁচ সিকি দি এখনি ৰছিদ লৈ তাক মিঃ বৰুৱালৈ পঠিয়াই দিয়ে; সোনাৰামে কাৰ্ডখনি কালীৰাম বৰুৱা ডাঙৰীয়াক দেখুউৱাত তেওঁ বৰ অভিভূত হল, আৰু তেওঁ অগত্যা সোনাৰামৰ হাতৰ পৰা ধন লৈ ৰছিদ লিখি দিবলৈ বাধ্য হ'ল।

স্বৰ্গীয় সদৰামীন গৰ্গৰাম বৰুৱা ডাঙৰীয়াই অজস্ৰ ধন-সম্পত্তি থৈ যায়, কিন্তু পুত্ৰেকসকলৰ দোষত সেই ধন-সম্পত্তি অতি সোনকালে

ধ্বংস হয়। এবাৰ আনন্দৰামৰ ভায়েকে তেওঁলৈ ধন খুজি পঠোৱাত মিঃ বৰুৱাই উত্তৰ দিলে :—"তোমালোকৰ হাতত ধন মিছা। মই জানিবা এহেজাৰমান টকা পঠালেঁহেঁতেন, যি মানুহৰ হাতত দেউতাৰ দহ পোন্ধৰ হেজাৰ টকা ফুতে উৰিল, সেই মানুহৰ হাতত এহেজাৰ টকা কিমান দিন তিষ্ঠিব ?"

ছপাখানা, গ্ৰন্থাদি কিনোতে মিঃ বৰুৱাৰ বহুত টকা খৰছ গৈছিল। তেওঁ এখনি বাগিচা খুলিবলৈ ইচ্ছা কৰিছিল, আৰু সেই অৰ্থে মঙ্গলদৈৰ কলাইগাঁও বাগিচাখন কিনি মিঃ মানিকচন্দ্ৰক তাৰ অংশীদাৰ আৰু মেনেজাৰ পাতি সেই বাগিচা চলাব খুজিছিল আৰু সেই বিষয়ে মৃত্যুৰ পূৰ্ব্বলৈকে মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ লগত আনন্দৰাম বৰুৱাই লিখালিখি কৰিছিল।

আমাৰ অসমীয়াৰ মাজত বহুতৰ আক্ষেপ যে অসমৰ নিমিত্তে আনন্দৰামে একো কৰি যোৱা নাই। আনন্দৰাম বৰুৱাৰ মৃত্যুৰ পাচত শোক-সভা পাতিবলৈ প্ৰস্তাৱ কৰোঁতে এই আক্ষেপৰ প্ৰতিধ্বনি শুনা হৈছিল। সেই বিষযে উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াই লিখি থৈ যোৱা কথাখিনিৰ পৰা ভালকৈ জানিব পাৰি,—"আনন্দৰাম বৰুৱাই সংস্কৃত সাহিত্য মথি অনেক গ্ৰন্থৰাজি লিখি পৃথিবীত এজন বিদগ্ধ সংস্কৃতজ্ঞ পুৰুষ বুলি চিন ৰাখি পক্ষাঘাত ৰোগত ১৯ জানুৱাৰীত ১৮৮৯ চনত নশ্বৰ দেহ এৰি যায়। মই সেই সময়ত যোৰহাটত ইংৰাজী স্কুল এটা পাতি অসমীয়াৰে শিক্ষা দিছিলোঁ। বৰুৱা ডাঙৰীয়া ঢুকুৱা বাতৰি পাই শোক-সভা এখন পাতিবলৈ আয়োজন কৰা হৈছিল। কিন্তু সকলোৱে কবলৈ ধৰিলে যে বৰুৱাদেৱে অসমৰ নিমিত্তে একো কৰা নাই, তেওঁ বঙ্গলা দেশত আছে, বঙ্গালীকহে ভাল পায়। এই বুলি কোনোৱাত সভা পাতিব পৰা নহল !"

মিঃ বৰুৱাই পোনপটীকৈ অসমৰ একো উপকাৰ কৰি নগল ই সঁচা।

কিন্তু আওপাকে তেওঁ অসমীয়া জাতিৰ কি উপকাৰ সাধিলে সেই বিষয়ে পূৰ্ব্বতে উল্লেখ কৰা হৈছে। কৰ্ত্তব্যৰ অনুৰোধত তেওঁ অসম এৰি বঙ্গদেশলৈ যায়। পেঞ্চন পাবলৈ দহ বাৰ বছৰ থকাৰ পৰা তেওঁ অসমলৈ পুনৰ আহি তাত থিতাপিকৈ থাকি অসমৰ উন্নতিৰ লাগিবলৈ মন কৰিছিল। বুঢ়া বয়সত পেঞ্চনৰ উপৰিও আন উপাৰ্জ্জনৰ বাট উলিয়াবলৈ তেওঁ অসমত এখন বাগিচা খুলিবলৈ চেষ্টা কৰিছিল, আৰু তাৰ কাৰণে মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ সহায় খুজিছিল। তেওঁ বিদেশীৰ আগত অসমীয়া বুলি নিজৰ চিনাকী দিওঁতে সদায় গৌৰৱ অনুভৱ কৰিছিল। প্ৰাগ্‌জ্যোতিষপুৰসম্ভৱ আৰু লৌহিত্যতটজন্মন, অৰ্থাৎ প্ৰাগ্‌জ্যোতিষপুৰত আৰু ব্ৰহ্মপুত্ৰৰ তীৰত জন্মধাৰী বুলিহে তেওঁ নিজৰ চিনাকী দিছিল।

আনন্দৰামে বিদেশৰ পৰা উভতি আহি পুনৰ আত্মীয়-কুটুম্বৰ সৈতে উত্তৰ গুৱাহাটীত মিলি-জুলি থকাৰ আকাঙ্ক্ষা এৰা নাছিল। তেওঁ ভায়েকহঁতলৈ মাজে মাজে এই মৰ্ম্মে চিঠি দিছিল,—"তোমালোকে গাঁৱৰ ভিতৰৰ পৰা উঠি আহি ব্ৰহ্মপুত্ৰৰ পাৰত পৰ্ব্বতৰ ওপৰত ঘৰ বন্ধোবাহি। ঈশ্বৰে কৰিলে মযো গৈ আগলৈ তাত থাকিব পাৰিম।"

অবসৰ-প্ৰাপ্ত এক্‌জিকিউটিভ ইঞ্জিনিয়াৰ মিঃ বদ্রীনাৰায়ণ বৰা চি-ই ডাঙৰীয়াই মিঃ বৰুৱাৰ যি এটি সুন্দৰ চৰিত্ৰ-চিত্ৰ আঁকি লিখকলৈ পঠিয়াইছে, তাৰ আভাস আমি তলত দিলোঁ,—

"মিঃ বৰুৱাৰ প্ৰতিভা বৰ ওখ থাপৰ আছিল, আৰু তেওঁৰ লিখা-পঢ়ালৈ বেচি বাপ আছিল, সেই দেখি তেওঁৰ ঘনিষ্ঠ অন্তৰঙ্গ বন্ধু কেউ নাছিল।...তেওঁ সৰহভাগ কাল বঙ্গদেশত কাম কৰিছিল আৰু মই অসমত কাম কৰিছিলোঁ। তেওঁৰ সৈতে মোৰ কাচিতো দেখা-সাক্ষাৎ নহৈছিল। কিন্তু মই এইটো কথা জানিছিলোঁ যে সংস্কৃত সাহিত্যৰ প্ৰতি তেওঁৰ প্ৰগাঢ় আসক্তি আছিল, যে বাৰ কি তেৰ্য বছৰ বয়সতে

তেওঁ গোটেই 'অমৰ-কোষ' খনি আওৰাব পাৰিছিল।......চৰ্কাৰী চাকৰিত সোমোৱাৰ পাচতো তেওঁ সংস্কৃত চৰ্চ্চা নেৰিছিল। তেওঁৰ কীৰ্ত্তিস্তম্ভ স্বৰূপ সংস্কৃত অভিধানখনি আৰু ব্যাকৰণৰ বিষয়ে অন্যান্য গ্ৰন্থাৱলী মিঃ বৰুৱাৰ প্ৰতিভা আৰু ভাষা বিজ্ঞানৰ উন্নতিকল্পে তেওঁৰ অসাধাৰণ পৰিশ্ৰমৰ নিদৰ্শন স্বৰূপ জিলিকি থাকিব। বঙ্গভাষাৰ অপভ্ৰংশ প্ৰাদেশিক ভাষাবোৰৰ শব্দবোৰ সংগ্ৰহ কৰি মিঃ বৰুৱাই এখনি অভিধান সঙ্কলন কৰাৰ আয়োজন কৰিছিল, কিন্তু নিষ্ঠুৰ কালে সকলো আশা নষ্ট কৰিলে।

"মিঃ বৰুৱাই কেতিয়াও বিয়া কৰা নাছিল। সাহিত্য সৰস্বতীৰে সৈতে বিবাহ বন্ধনত সংবদ্ধ হৈ মিঃ বৰুৱাই তেওঁৰ সকলো বুদ্ধি, শক্তি, উদ্যম আৰু অৱসৰ সেই দেবীক সমৰ্পণ কৰিছিল। কিন্তু ইয়াৰ পৰা কোনোৱে যেন নেভাবে যে মিঃ বৰুৱাই তেতিয়াও বিয়া কৰিবলৈ মন মেলা নাছিল। কাৰণ, একুৰি-চাৰি বছৰ হওঁতেই বিলাতৰ পৰা উভতি অহাৰ পিচত, তেওঁ হেনো কোনো এজন বন্ধুক তেওঁৰ "অভিপ্ৰেত পত্নী"ৰ ছবি এখন দেখুৱাইছিল। কিন্তু তেওঁৰ আন প্ৰীতি-ভাজন সাহিত্যাই তেওঁৰ অন্তৰৰ পৰা সকলো বন্ধন আঁতৰাই পেলাই-ছিল। এই একনিষ্ঠতা মি. বৰুৱাৰ চৰিত্ৰৰ প্ৰধান গুণ আছিল। ইয়াৰ কাৰণে তেওঁ যিমবে পৰিশ্ৰম আৰু মনোনিবেশ কৰিব লগীয়া হৈছিল তাৰ-পৰা তেওঁ কায়িক পৰিশ্ৰম ভাল নোপোৱা হৈ পৰিছিল। কামৰপৰা আজৰি লৈ তেওঁ কেতিয়াও বিৰাম, পৰিবৰ্ত্তন বা বৈচিত্ৰ্য লভি মনক তাপৰৰ পৰা স্ফূৰ্ত্তি দিবলৈ যত্ন নকৰিছিল। তেওঁ বত্তি শলিতাৰ দুই মূৰে পুৰিছিল, অৰ্থাৎ তেওঁ ইকুলো হেৰুৱালে সিকুলো হেৰুৱালে। গতিকে ইয়াৰ অৱশ্যম্ভাবী দণ্ড তেওঁ স্বাভাৱিকতে ভোগ কৰিবলৈ পালে। তেওঁৰ জীৱনটি পগীয়া জবাৰ জেউতি আৰু কিৰিকটিৰ সবে আছিল— জেউতি বিস্তাৰি আহোঁতেই তাৰ আচল সাঁৰ পদাৰ্থক জ্বলি ছাই ভস্ম

কৰি মুহূৰ্ত্তৰ কাৰণে মানুহৰ চকুত চমক লগাইছ চিৰকাললৈ দৃষ্টিৰ অঁতৰ হৈছিল।

"ওপৰৰ কথাখিনিৰপৰা বহুতৰ ধাৰণা হব পাৰে যে এই মহাপুৰুষ জন আত্মাশূন্য, মানৱিক সহানুভূতিবিহীন এটি যন্ত্ৰ মাথোঁ আছিল,—যি যন্ত্ৰৰে অক্ষৰ সংযোজন, শব্দ ৰচনা বা অঙ্ক গণনা কৰিব পাৰি। কিন্তু এই ধাৰণা সঁচা নহয়। তেওঁৰ যে মানৱিক সহানুভূতি আছিল ইয়াৰ প্ৰমাণ হৈছে মানৱৰ জ্ঞান বৃদ্ধিৰ কাৰণে তেওঁৰ কৰা চেষ্টাবিলাক। তেওঁৰ নিৰ্জ্জনতাপ্ৰিয়তা এই কাৰ্য্যৰ এটি আনুষঙ্গিক সাময়িক অৱস্থা মাথোন আছিল। তেওঁ মানৱৰ অঁতৰত কঠোৰ তপস্বীৰ দৰে কাল যাপন নকৰিছিল। তেওঁ মানুহৰ মাজত আৰু মানুহৰ লগত বাস কৰিছিল আৰু কাম কৰিছিল, আৰু চৰকাৰী কাৰ্য্যভাৰ চলাওঁতে নিতৌ মানুহৰ সঙ্গমত আহিছিল। ঘৰত আৰু বাহিৰত অৱকাশত তেওঁ নিতৌ পণ্ডিতসকলৰ লগত কথাবাৰ্ত্তা হৈছিল, আৰু ভাৰতীয় আৰু ইউৰোপীয় পণ্ডিতসকলৰ লগত তেওঁ চিঠি-পত্ৰ লেখালেখি কৰিছিল। তেওঁৰ জন-চেৰেক ভিতৰুৱাল বন্ধুও আছিল, অৱশ্যে তাৰ সংখ্যা অতি তাকৰ। ইয়াৰ কাৰণ হৈছে মিঃ বৰুৱাই জনসাধাৰণৰ প্ৰীতিৰ কাৰণে কোনো কাম কৰিবলৈ ভাল নেপাইছিল; আৰু বাটে-ঘাটে দোকানে-পোহাৰে নিজকে বিকাশ কৰি ফুৰিছিল; আৰু অলপ উত্তেজনাত বক্তৃতাদিও নিদিছিল। পণ্ডিত ইমাৰ্চনে কৈছে:—"সংসাৰৰ মতামত অনুসৰি সংসাৰত থকাটো উজু, আৰু তোমাৰ নিজৰ মত অনুযায়ী নিৰ্জ্জনত থকাটোও উজু, কিন্তু জনসমাগমৰ মাজত থাকি বিজনে অতি অমায়িক ভাৱে সুবলাকৈ নিজৰ স্বাধীনতা ৰক্ষা কৰিব পাৰে, তেওঁহে আচল মহাপুৰুষ।" আৰু মোৰ বিশ্বাস আনন্দৰাম বৰুৱা এনে ধৰণৰ মহাপুৰুষ আছিল।

"জন্ম অনুসৰি মিঃ বৰুৱা এজন অসমীয়া। যোৱা আঢৈ-কুৰি

বছৰ ধৰি তেওঁ অসমীয়া ডেকাসকলৰ আদৰ্শ হৈ আহিছে, এই প্ৰকাৰেও তেওঁ অসমৰ উপকাৰ কৰিছে। কিন্তু তেওঁক অসমীয়া বোলাটো আৰু অসমৰ ক্ষুদ্ৰ ৰাজ্যৰ কাৰণে দাবী কৰাটো সঙ্কীৰ্ণতাৰ পৰিচায়ক হব। তেওঁ বাস্তৱতে সাহিত্য ৰাজ্যৰ মানুহ আছিল। পণ্ডিত-মণ্ডলীয়ে মিঃ বৰুৱাক নিজৰ বুলি লবলৈ যত্ন কৰিছে। ভাৰতৰ সাহিত্য ভঁড়াল চহকী কৰোঁতা বুলি সমগ্ৰ ভাৰতে তেওঁক দাবী কৰিছে। বঙ্গই তেওঁক আপোন বুলিবৰ যত্ন কৰিছে, কাৰণ তেওঁ জীৱনৰ সৰহখিনি কাম এই বঙ্গদেশতে সমাপ্ত কৰে। বহৰমপুৰত তেওঁৰ নিজৰ ঘৰ এটি আছিল; কামৰ পৰা অৱসৰ লৈ এই ঘৰত থাকি তেওঁৰ সাহিত্য চৰ্চ্চা কৰিবৰ ইচ্ছা কৰিছিল; এই বহৰমপুৰেও মিঃ বৰুৱাক আপোন বুলি দাবী কৰিছে। এইবোৰ দাবী-দেনা মিতমাত কৰি মিঃ বৰুৱাৰ পৈত্ৰিক গাঁও উত্তৰ গুৱাহাটীৰ অংশত একো নথকাৰ নিচিনাই হব। যেয়ে হওক, পোন প্ৰথমতে তেওঁ অসমীয়া আছিল, তাৰ পাচত আন বাকী বিলাক। আৰু এজন অসমীয়া ভদ্ৰলোকেহে অৱশেহত সৰ্ব্ব-প্ৰথমে তেওঁৰ জীৱনচৰিত প্ৰকাশ কৰিবলৈ আগবাঢ়িছে, যদিও লণ্ডনৰ পৰা আৰম্ভ কৰি বহৰমপুৰলৈকে সকলো পণ্ডিতে মিঃ বৰুৱাক নিজৰ বুলি দাবী কৰিছে।"

# আনন্দৰাম বৰুৱাৰ সাহিত্য প্ৰতিভা।

আনন্দৰাম বৰুৱাই কোনো মৌলিক গ্ৰন্থ ৰচনা কৰা নাই। সেই বুলি আনন্দৰামৰ সাহিত্য-প্ৰতিভা যে মৌলিক নাছিল বুলিটো আমি নকওঁ। মৌলিক ৰচনা মানে আমি এই খিনিতে কাব্য, নাটক, উপন্যাস আদি কল্পনা প্ৰসূত সৃজনমূলক গ্ৰন্থকে বুজাইছোঁ। আনন্দৰামে থাইকৈ প্ৰাচীন গ্ৰন্থাকাৰসকলে ৰচি যোৱা গ্ৰন্থাদি মথি তাকে আশ্ৰয় কৰি আলোচনা আদি লিখিছিল। তেওঁৰ ধাৰণা আছিল সংস্কৃত সাহিত্যত মৌলিক ৰচনাৰ অভাব নাই। কি নীতি, কি বিজ্ঞান, কি দৰ্শন, কি নাটক, কি কাব্য, কি ব্যাকৰণ, কি গণিত, সকলো বিষয়তে সংস্কৃত গ্ৰন্থ উজৈদী। বৰ্ত্তমান কালৰ কোনো গ্ৰন্থকাৰে সংস্কৃত মৌলিক গ্ৰন্থ ৰচনা কৰি সংস্কৃত সাহিত্যৰ কলেবৰ পৰিপুষ্ট নকৰিলেও ইয়াৰ গৌৰৱ অটুট হৈ থাকিব, সেইদেখি ইয়াৰ নকৈ গৌৰৱ বঢ়াবৰ প্ৰয়োজন নাই।

তেনেহলে, সংস্কৃত সাহিত্যৰ উন্নতি কৰি জগতৰ প্ৰতিভা কেনেকৈ বৰ্ত্তমান যুগত ধাবিত কৰিব পাৰি?—সেই বিষয়ে ইউৰোপীয় সংস্কৃতজ্ঞ পণ্ডিত সমাজে আনন্দৰামৰ পূৰ্ব্বে বাট দেখুৱাই গৈছে। প্ৰত্যেক ভাষৰ আৰু পুৰণি সাহিত্যক কেন্দ্ৰ কৰি কিছুমান দ্বিতীয় শ্ৰেণীৰ সাহিত্যৰ প্ৰবৰ্ত্তন হয়। এই সাহিত্যৰ উদ্দেশ্য সেই প্ৰাচীন সাহিত্যৰ বিস্তৰবাশি তন্ন তন্ন কৰি তাৰ পৰা জগতৰ উপকাৰৰ অৰ্থে বহুমূলীয়া বস্তু আবিষ্কাৰ কৰা, আৰু সেই প্ৰথম শ্ৰেণীৰ মৌলিক সাহিত্যক জাতি-পাতি তাক শ্ৰেণী-বদ্ধ কৰি সাহিত্য-সেবীৰ আগত দাঙি ধৰা, আৰু সেই প্ৰাচীন সাহিত্য অধ্যয়ন আৰু আলোচনাৰ সহায় কৰা। এই দ্বিতীয় শ্ৰেণীৰ সাহিত্যৰ প্ৰধান সম্বল হৈছে তুলনামূলক সমালোচনা আৰু বিশ্লেষণ।

ইউৰোপৰ পণ্ডিত সমাজত যেতিয়া সংস্কৃত ভাষা আৰু সাহিত্যৰ আলোচনা হবলৈ ধৰিলে তেতিয়া তাৰ পৰা অমূল্য ৰত্নৰাজি ওলাল। ভাষাবিদ্ পণ্ডিত সমাজে সংস্কৃত ধাতু আৰু শব্দাৱলী আলোচনা কৰি এইটো কথা ভালকৈ সিদ্ধান্ত কৰিলে যে গোটেই জগতত প্ৰচলিত ভাষাৰ আদি মূল একে, আৰু সংস্কৃত মৌলিক ধাতু আৰু শব্দবোৰে সেই আদি ভাষাৰ যিমান কাষ চাপিছে, গ্ৰীক্, লেটিন আদি ভাষাই সিমান কাষ চাপিব পৰা নাই। সংস্কৃতৰ ঋগ্বেদ আৰু আৰ্য্য-ইৰানী ভাষাৰ জেন্দা-ভেষ্টা নামে দুই গ্ৰন্থৰ ভাষাই সেই আদি ভাষাৰ একেবাৰে কাষ চাপিছে। সেই আদি ভাষাৰ পৰা ওলোৱা সকলো ভাষাৰ মাজতে এনে এটি সম্বন্ধ আছে যে অলপ যত্ন কৰিলেই এই আৰ্য্য ভাষাৰ এটি মৌলিক শব্দ লৈ পৃথিবীৰ অন্যান্য আৰ্য্য ভাষাৰ সেই শব্দৰ ৰূপান্তৰৰ লগত বিজালে এটি শৃঙ্খলাবদ্ধ নিয়ম বা প্ৰণালী উলিয়াব পাৰি। গ্ৰীম্ নামে এজন জৰ্ম্মান পণ্ডিতে এই সম্বন্ধ বা ভাষাসূত্ৰৰ এটি প্ৰণালী আবিষ্কাৰ কৰি থৈ গৈছে, আৰু বপ্ নামে অন্য এজন জৰ্ম্মান সংস্কৃতজ্ঞই সকলো আৰ্য্য ভাষা আলোচনা কৰি তাৰ সাদৃশ্য উলিয়াই তুলনামূলক ভাষা-বিজ্ঞানৰ অৱতাৰণা কৰি থৈছে। অৱশেষত ভট্ট মোক্ষমূলাৰে বহুত গবেষণা কৰি এইটো ঠাৱৰ কৰিলে যে আমাৰ হিন্দু আৰু জগতৰ অন্যান্য দেশৰ দেৱদেৱীৰ সাধুকথাৰ পৌৰাণিক কিম্বদন্তী আদিত ৰূপক মিহলি আছে, আৰু তেনেকুৱা সকলো গল্পকে একে সম্বন্ধলৈ আনিব পাৰি। আচাৰ্য্য মোক্ষমূলাৰে ইয়াকে দেখি তুলনামূলক পুৰাণ-বিজ্ঞান আবিষ্কাৰ কৰিলে।

এই দৰে প্ৰাচীন সংস্কৃত ভাষা আৰু সাহিত্যৰ আলোচনাৰ পৰা বিশ্ব-সাহিত্যৰ বিশেষ উপকাৰ হৈছে। আনন্দৰামে এই সংস্কৃত সাহিত্যৰ আশ্ৰয়ীভূত দ্বিতীয় শ্ৰেণীৰ সাহিত্য আলোচনাত মন চালি দিলে। সংস্কৃত নাটক, সংস্কৃত কাব্য, সংস্কৃত শব্দশাস্ত্ৰ, সংস্কৃত ব্যাকৰণ, সংস্কৃত

অলঙ্কাৰ আৰু সংস্কৃত ছন্দঃশাস্ত্ৰ বিশেষভাবে আলোচনা কৰি আনন্দৰামে জগতৰ সংস্কৃতজ্ঞ পণ্ডিত আৰু সংস্কৃত শিক্ষাৰ্থীৰ উপকাৰাৰ্থে তাৰ পৰা তেওঁ অপূৰ্ব্ব ৰত্নৰাজি উলিয়াইছিল। তাৰতৰ প্ৰাচীন পদ্ধতিৰ নৈষ্ঠিক শ্ৰেণীৰ পণ্ডিতসকলৰ ভিতৰত আনন্দৰামতকৈও বেচি সংস্কৃতজ্ঞ লোক থকাটো অসম্ভৱ নহয়। কিন্তু সেই পণ্ডিতসকলৰ বিশ্লেষণ, সমালোচনা আৰু তুলনা কৰিব পৰা শক্তি নিচেই কম, বিশেষত, আজি-কালিৰ বৈজ্ঞানিক নিয়ম প্ৰণালীতে আনন্দৰামে সংস্কৃত সাহিত্য মথি তাক শ্ৰেণীবদ্ধ কৰি পাশ্চাত্য পণ্ডিত সমাজৰ আগত দাঙ্গি ধৰিছিল। এই কাৰণেই আনন্দৰামৰ বিশেষ সুখ্যাতি।

কিন্তু আনন্দৰামৰ এই আলোচনাত কোনো দাম্ভিকতা বা সাহস-বাদিত্ব নাছিল। তেওঁ কেতিয়াও নকৈছিল তেওঁৰ মতেই খাতাং মত, তাক আৰু লৰচৰ কৰিব নোৱাৰি। তেওঁ যি কথা কৈছিল তাক সদাই যুক্তিৰে সমৰ্থন কৰিছিল। নিজৰ ছন্দঃশাস্ত্ৰৰ গ্ৰন্থখনিত মানিব লগীয়া নীতিৰূপে প্ৰথম পিঠিত এই শ্লোক ফাকি তেওঁ উদ্ধৃত কৰি দিছে,

"যুক্তিযুক্তমুপাদেয়ং বচনং বালকাদপি।
অন্তৎ তৃণমিব ত্যাজ্যমপ্যুক্তং পদ্মজন্মনা॥"

অৰ্থাৎ, সৰু লৰাৰ যুক্তিযুক্ত বচনো উপাদেয়, কিন্তু স্বয়ং পদ্মজন্মা ব্ৰহ্মাৰ দ্বাৰা কথিত হলেও অযুক্তিকৰ বচনো তৃণৰ দৰে ত্যেজিব লগীয়া।

আনন্দৰামে তেওঁৰ গোটেই সাহিত্য আলোচনাত এই নীতিকে মানি চলিছিল। তেওঁ যুক্তিৰ ইমান বশবৰ্ত্তী আৰু পক্ষপাতী আছিল যে কোনো বিষয়ে এজন ডাঙৰ শাস্ত্ৰকাৰ হলেই যে তেওঁৰ সকলো মত বিশুদ্ধ আৰু নিৰ্ভুল হব সেইটো তেওঁ স্বীকাৰ নকৰিছিল। মল্লিনাথৰ টীকাৰ ঠায়ে-ঠায়ে ভুল-ভ্ৰান্তি আসোঁৱাহ দেখুৱাই তাক তেওঁ যুক্তিৰে খণ্ডাবলৈ যত্ন কৰিছিল। পণ্ডিত তাৰানাথ তৰ্কবাচস্পতিৰ "বাচস্পত্য

অভিধান" যে একেবাৰে নিভুৰ্ল সেইটো সকলোৱে স্বীকাৰ কৰিছিল, কিন্তু কাৰো বিষয়ে আনন্দৰামৰ কোনো অন্ধবিশ্বাস নাছিল। এনে কি পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, পণ্ডিত জীবানন্দ বিদ্যাসাগৰ আদিৰ গ্ৰন্থাবলী বা সংস্কৰণতো তেওঁ ভুল পাই তাক নিৰ্ভীক ভাবে আঙুলিয়াই দিছিল। পণ্ডিত ভট্ট মোক্ষমূলাৰক সকলোৱে সংস্কৃতৰ অদ্বিতীয় ওজা বুলি ভাবিছিল। আনন্দৰাম বৰুৱায়ো তেওঁক বৰ শ্ৰদ্ধা কৰিছিল। ইংৰাজী-সংস্কৃত অভিধান সংকলনত আৰু বৃহৎ সংস্কৃত ব্যাকৰণ ৰচনাত পণ্ডিত মোক্ষমূলাৰৰ সহানুভূতি বৰুৱাদেৱৰ প্ৰধান উদগনি হৈছিল। তথাপি তেওঁ মোক্ষমূলাৰৰ বিষয়ে এই বুলিহে কৈছে,—"আচাৰ্য্য মোক্ষমূলাৰ সবাতকৈ প্ৰসিদ্ধ পণ্ডিত, কিন্তু সবাতকৈ গভীৰ পণ্ডিত নহয়।" এই দৰৰ মত কোনো 'খামখেয়ালি' বা বিদ্বেষৰ পৰা ওলোৱা নহয়—, ইয়াৰ মূলত বৰুৱাদেৱৰ দৃঢ় বিশ্বাস আৰু শত সহস্ৰ যুক্তিৰ ফৌজ আছে। সাহিত্য-ক্ষেত্ৰত যুক্তিপন্থী পণ্ডিত বুলি মিঃ বৰুৱাই বিশেষ সম্মান পাব লাগে।

আনন্দৰামে সদাই আক্ষেপ কৰিছিল যে ভাৰতৰ অশেষ ৰত্নৰাজি আছে, আমাৰ কৃতবিদ্য পুৰুষসকলে তাৰ আলোচনা নকৰি বজাৰবীয়া কাৰ্য্য-কলাপৰ সমালোচনা কৰি সময় কটায়। তেওঁ ভৱভূতিৰ সমা-লোচনাৰ এঠাইত কৈছে,—"মই আশা কৰো সেইদিন সোনকালে আহিব, যিদিন আমাৰ দেশৰ মানুহে চেক্সপীয়ৰ, বেকন, এডিচন, জনচনতকৈ আমাৰ নিজ দেশী সাহিত্যৰ কালে বেচি মন-কাণ দিব।" আৰু এই কথাফাঁকিৰ পাদটীকা দি তাত তেওঁ এইদৰে বিশেষভাৱে লিখিছে,—"জাতীয় সাহিত্যৰ গোটেই কৰ্ম্মক্ষেত্ৰ সম্পূৰ্ণ আমাৰ হাততে আছে, আমাৰ দেশৰ মানুহে বুজে তেওঁলোকে কিমান পৰিমাণে ইয়াৰ উন্নতি সাধিব পাৰে। অভাৱ আৰু অভাৱ পূৰণৰ আহিলাৰ ভিতৰত থকা সম্বন্ধ অৰ্থনীতি শাস্ত্ৰত বিদৰে ফুটি ওলাইছে, সাহিত্যতো সি

সেইদৰে খাটে। শিক্ষকসকলে তেওঁলোকৰ ছাত্ৰবৃন্দক এই কথাষাৰ বুজাব পাৰিলে বৰ ভাল হয়, আৰু তেওঁলোকে নিজৰ বুৰঞ্জী আৰু সাহিত্যক সমাদৰ কৰিবলৈ আৰু ভাল পাবলৈকো লাগে লগে শিক্ষা দিব লাগে। অকল সাহিত্যৰ উন্নতিৰ কাৰণে আমি ইয়াক শ্ৰেণি চলিব নেলাগে, ইয়াৰ দ্বাৰা আমাৰ শিক্ষিত সমাজৰ কিছুমান প্ৰয়োজনীয় কাম হাতত ওলাব, যি শিক্ষিত সম্প্ৰদায়ৰ এতিয়া সৰহভাগে ... ধাৰণৰ উপায়ৰ কাৰণে যুঁজি মৰিছে। গৱৰ্ণমেণ্টৰ কাৰ্য্যাৱলী সমালোচনা কৰা উচ্চ, কিন্তু সম্মিলিত ভাবে আমাৰ মানুহে কিমান কাম কৰিব পাৰে তাক নুবুজে।”

জাতীয় সাহিত্যৰ প্ৰতি আনন্দৰামৰ ইমান প্ৰগাঢ় স্নেহ আছিল যে, কোনো কথাকে তেওঁ সেই সাহিত্যচৰ্চ্চাৰ তুলনীয়া বুলি নিৰ্দ্দিছিল। সংস্কৃত ভাষাৰ এনে লালিত্য আৰু সৰ্ব্বভাৱ-প্ৰকাশিকা শক্তি—আনন্দৰাম তাত মোহ নেযাব কিয়? ভৱভূতিৰ আলোচনা গ্ৰন্থখন যি কিয়াষাৰ কথাৰে তেওঁ সমাপ্ত কৰিছে তাক আনন্দৰামৰ স্মৃতিস্তম্ভত সোণৰ আখৰেৰে লিপিবদ্ধ কৰি থোৱা উচিত।—

“মোৰ মনত সংস্কৃতৰ দৰে কোনো ভাষা ইমান প্ৰিয় নহয়। ইয়াৰ ঝঙ্কাৰ আৰু লালিত্যৰ এনে এটি মোহিনীশক্তি আছে যাক ভাষাৰে বৰ্ণাব নোৱাৰি। সকলো ধৰণৰ ভাব সুন্দৰ উপযুক্ত ভাষাৰে বৰ্ণাব পৰা যি শক্তি সংস্কৃতত আছে সেই শক্তিক জগতৰ আন কোনো ভাষাই চেৰ পেলাব নোৱাৰে। ইয়াত হৃদয়-বিদাৰিণী ভাষাৰে অতি মৰ্ম্মান্তিক দৃশ্য বৰ্ণিত হৈছে, অতি উন্নত আৰু তেজস্বী ভাষাৰে উজ্জ্বল চিত্ৰ আঁকি দেখুৱাই থৈছে, আৰু ইয়াত অতি ভয়ঙ্কৰ চিত্ৰ আদিও ভয় উদ্ৰেক কৰিব পৰা শব্দাৱলীৰে অঙ্কিত হৈছে।”

ওপৰত কোৱা হৈছে আনন্দৰামৰ সমালোচনা-প্ৰণালীত অকণো দাম্ভিকতাৰ ছিটা নাছিল, অৰ্থাৎ তেওঁ গাব জোৰেৰে কোনো কথা

নকৈছিল, সকলো কথাকে তেওঁ যুক্তিৰে সমৰ্থন কৰিবলৈ যত্ন কৰিছিল। তেওঁৰ একনিষ্ঠ সাহিত্যচৰ্চ্চাৰ মূল উদ্দেশ্য আছিল যাতে ভাৰতবৰ্ষত সংস্কৃতৰ ভাল আলোচনা হয়। তেওঁ এঠাইত কৈছে,—"মই কোৱা কথা-খিনি আনে অসত্য বুলি দলিয়াই পেলাব পাৰে আৰু মই দিয়া মতবো লৰ-চৰ হব পাৰে ; কিন্তু মোৰ সময় ভালকৈ খৰচ হৈছে বুলি ভাবিম,—মোৰ গ্ৰন্থাৱলীৰ পৰা আমাৰ প্ৰাচীন সাহিত্যৰ ফালে যদি ভাৰতৰ এটি শ্ৰদ্ধা জন্মে, আৰু সত্য অনুসন্ধানৰ কাৰণে এটি একান্ত প্ৰবৃত্তি সঞ্চাৰ হয়।" তেওঁৰ আগৰ লিখকসকলৰ মতামত তেওঁ একেবাৰে দলিয়াই নেপেলাই-ছিল, আৰু তাক যুক্তিৰে বিচাৰ নকৰি নিৰ্ভুল বুলি তাক গ্ৰহণ নকৰিছিল। এই বিষয়ে অধ্যাপক চেচিল বেণ্ডেল কৈছে—"আনন্দৰামে সমালোচনাশীল পাণ্ডিত্য আৰু প্ৰতিভাৰে সংস্কৃত গ্ৰন্থ সমালোচনা কৰি-ছিল। তেওঁ একেবাৰে অৱনত মস্তকে প্ৰাচীন পণ্ডিত আৰু বৈয়া-কৰণিক সকলৰ মতামত আলোচনা নকৰিছিল। অথচ, অদীক্ষিত বিদেশী সমালোচকৰ দৰে সেই মত অগ্ৰাহ্য বুলিও তেওঁ উৰুৱাই নিদিছিল। মিঃ বৰুৱাৰ নিয়ম হৈছে তেওঁ এটি মতৰ লৈতে আন এটি মত মিলাই চায়, আৰু পাচত আধুনিক সমালোচনা-পদ্ধতিৰে তাৰ ফলাফল বা সিদ্ধান্ত মীমাংসা কৰে।

বৰুৱাৰ এই স্বাধীন-চিন্তা, তাৰ লগে-লগে আনৰ মতামত গ্ৰাহ্য কৰিব পৰা শক্তি তেওঁৰ অপূৰ্ব্ব গুণ। জগতত যিসকলে উন্নতি কৰিছে, তেওঁলোকৰ জীৱনচৰিত বিশ্লেষণ কৰি ইয়াকে পোৱা যায় যে তেওঁলোকৰ ক্ষেত্ৰত স্বাধীন-চিন্তা আৰু আনৰ মতৰ ওপৰত শ্ৰদ্ধা এই দুইটি কথাৰ একেলগে পূৰ্ণ সমাবেশ হৈছিল।

সাহিত্য চৰ্চ্চাৰ সুচলৰ কাৰণে আনন্দৰামে কি কৰিছিল তাক ভাবিলে আচৰিত মানিব লাগে। তেওঁৰ নিজৰ পণ্ডিত-সভা আৰু নিজৰ ছপাখনাৰ বাহিৰেও তেওঁ ভাৰতৰ নানান সংস্কৃত চৰ্চ্চাৰ ঠাইত নিজৰ

ধৰ্মহা খোৱা পণ্ডিতক এজেণ্ট নিযুক্ত কৰিছিল। তেওঁলোকে সেইবোৰ ঠাইত কোনো সংস্কৃত পুথি পালে তাক মিঃ বৰুৱালৈ পঠিয়াই দিছিল, আৰু মিঃ বৰুৱাই কোনো পণ্ডিতৰ লগত কোনো বিষয়ে কিবা আলোচনা কৰিবলৈ দিলে তাক উক্ত এজেণ্টে বিশদৰূপে আলোচনা কৰি মিঃ বৰুৱালৈ তাৰ ফলাফল জনাই পঠিয়াইছিল। হিন্দুৰ তীৰ্থভূমি আৰু সংস্কৃত-সাহিত্য আলোচনাৰ প্ৰধান কেন্দ্ৰ কাশী নগৰীত মিঃ বৰুৱাৰ এজেণ্ট আছিল পণ্ডিত ঈশান তৰ্কৰত্ন। ইয়াৰ বাহিৰেও ভাৰতৰ নানান ঠাইত থকা সংস্কৃত কলেজবিলাকৰ হাতে-লিখা পুথি আদি আনি আলোচনা কৰিবলৈ সকলো প্ৰদেশৰ কৰ্তৃপক্ষসকলৰ পৰা মিঃ বৰুৱাই অনুমতি পাইছিল। ভাৰত গবৰ্ণমেণ্ট আৰু প্ৰাদেশিক গৰ্ব্বণ্মেণ্টবোৰেও তেওঁক নানা বিষয়ত সহায় কৰিছিল আৰু উৎসাহ দিছিল। সংস্কৃত সাহিত্যৰ আলোচনাৰ কাৰণে তেওঁ যিসকল কৃতবিদ্য ডাঙৰীয়া আৰু পণ্ডিত সকলৰ লগত চিঠি পত্ৰ লিখি তেওঁলোকৰ মতামত, উপদেশ আৰু প্ৰস্তাব আদি গ্ৰহণ কৰিছিল আমি তাৰ ভিতৰত তলত লিখা কিজনৰ নাম মিঃ বৰুৱাৰ গ্ৰন্থাৱলীৰ পাতনি আদিত পাইছো,—ভট্ট মোক্ষমূলাৰ, পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, পণ্ডিত জীবানন্দ বিদ্যাসাগৰ, পণ্ডিত মহেশচন্দ্ৰ ন্যায়ৰত্ন, ডাঃ ৰাজেন্দ্ৰলাল মিত্ৰ, মিঃ ৰমেশচন্দ্ৰ দত্ত, চাৰ ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰ, ভাৰতৰ শিক্ষাবিভাগৰ প্ৰধান সচিব মিঃ এ-ডব্লিউ ক্ৰফ্‌ট্, নৰ্থ-ওৱেষ্টাৰ্ণ প্ৰদেশৰ শিক্ষাবিভাগৰ ডাইৰেক্টৰ মিঃ এ-ডব্লিউ গৃফীন, অক্সফোৰ্ডৰ বডেলিয়ান লাইব্ৰেৰীৰ অধ্যক্ষ মিঃ নিকোলচন, আৰু বৃটিচ মিউজিয়মৰ প্ৰাচ্য লাইব্ৰেৰীৰ অধ্যক্ষ মিঃ চেচিল বেণ্ডেল।

আনন্দৰামৰ ইংৰাজী ৰচনাৰ ভাষা অতি প্ৰাঞ্জল, তাৰ অৰ্থ উলিয়াবলৈ এবাৰতকৈ দুবাৰ পঢ়িব নেলাগে। তাত দুৰূহ বাক্যাৱলী নাই, কিম্বা জটিল বাক্যবিন্যাস নাই। আনন্দৰামৰ প্ৰিয়তম কবি ভৱভূতিৰ ভাষাৰ প্ৰধান গুণ আছিল এই প্ৰাঞ্জলতা; আনন্দৰামেও প্ৰাঞ্জলতাকে সদাই

ৰক্ষা কৰিছিল। তেওঁ যিদৰে ইংৰাজী লিখিছিল সেইদৰে বহুত শিক্ষিত ইংৰাজেও লিখিব নোৱাৰিছিল।

ইংৰাজী সাহিত্যতো আনন্দৰামৰ বিশেষ ব্যুৎপত্তি আছিল। গ্ৰীক আৰু লেটিন ভাষা তেওঁ ভালকৈ জানিছিল। তেওঁৰ গ্ৰন্থাৱলী আৰু ব্যাকৰণ আদিত এই দুই ভাষাৰ বাক্যাৱলীৰে সৈতে সংস্কৃত গ্ৰন্থাৱলী তেওঁ বিজাই দেখুৱাইছিল, আৰু সংস্কৃত ব্যাকৰণৰ লগত এই দুটি ভাষাৰ ব্যাকৰণৰ সূত্ৰ মিলাইছিল। বাস্তবিকে, সংস্কৃত, গ্ৰীক্, লেটিন—আৰ্য্য-ভাষাৰ এই তিনটি প্ৰধান শাখাৰ কোনোটিৰে তত্ত্ব আলোচনা কৰিবলৈ গলে আন দুটি ভাষাও জনাটো নিতান্ত দৰ্কাৰ। গ্ৰীক্ আৰু লেটিন ভাষা নজনাকৈ সংস্কৃত ভাষা আলোচনা কৰিবলৈ যোৱাটো আনন্দৰামৰ পক্ষে বিড়ম্বনা হলহেঁতেন।

আনন্দৰাম বৰুৱাৰ বিশেষ এটি গুণ আছিল যে তেওঁ সকলো কাম নীৰৱে কৰি গৈছিল। তেওঁ তাৰ বিষয়ে নিজে জয়ঢোল কোবাই ফুৰিছিল। আচল কৰ্ম্মী পুৰুষৰ এয়ে লক্ষণ। আনন্দৰামে প্ৰতিপদে স্বীকাৰ কৰিছিল যে আন কৃতবিদ্য পুৰুষে সংস্কৃত সাহিত্য আলোচনা নকৰাতহে তেওঁ এনে কামত প্ৰবৃত্ত হৈছে, সেই কামৰ নিমিত্তে তেওঁৰ শক্তি-সামৰ্থ্য আৰু আজৰি যে নিচেই তাকৰ আছিল তাক তেওঁ সদাই বিনীতভাৱে কৈছিল। নীৰৱ কৰ্ম্মীৰূপেও আনন্দৰাম আমাৰ এজন আদৰ্শ পুৰুষ।

ভাৰতৰ ঐতিহ্য আৰু কৃষ্টিৰ গবেষণা ক্ষেত্ৰত আনন্দৰাম বৰুৱা এজন অগ্ৰদূত। বৰ্ত্তমানে ভাৰতৰ বিভিন্ন বিশ্ববিদ্যালয় আৰু ঐতিহাসিক অনুষ্ঠানৰ জৰীয়তে সংস্কৃত ভাষা আৰু সাহিত্য, আৰু ভাৰতৰ বুৰঞ্জী আৰু সভ্যতাৰ প্ৰতি মানুহৰ মন আকৃষ্ট হৈছে, আৰু তাৰ বিষয়ে জানিবলৈ আৰু জনাবলৈ অনুসন্ধিৎসুসকলে একান্তভাৱে পৰিশ্ৰম কৰিছে। কিন্তু, আনন্দৰাম বৰুৱাৰ যুগত এই বিষয়ে প্ৰবল ধাউতি সৃষ্টি হোৱা নাছিল। ভাৰতীয়সকলতকৈ ইউৰোপীয় পণ্ডিত সমাজতহে এই ধাউতি বেচিকৈ

পৰিলক্ষিত হৈছিল। ভাৰতীয় কৃষ্টি আৰু সভ্যতাৰ গহ্বৰত যে চপৰা-চপৰে সোণ লুকাই আছে, আৰু সেই সোণৰ সহায়েৰে পৃথিবীৰ সভ্যতাকো যে সালংকৃত কৰিব পাৰি, ইয়াক অতি অলপসংখ্যক ভাৰতীয়ইহে ভালকৈ উপলব্ধি কৰিব পাৰিছিল। এই অতি অলপসংখ্যক ভাৰতীয়ৰ মাজত আছিল মিঃ আনন্দৰাম বৰুৱা। এই বিষয়ত তেওঁৰ উপলব্ধি ইমান গভীৰ আৰু আন্তৰিকতাপূৰ্ণ আছিল যে তেওঁ প্ৰতি মুহূৰ্ত্তে চেষ্টা কৰিছিল যাতে অন্য ভাৰতীয়ৰ প্ৰাণটো এই উপলব্ধিৰ সৌৰভ সঞ্চাৰ কৰিব পাৰে। ইয়াৰ নিমিত্তে সকলো সুখ-বিলাস পৰিত্যাগ কৰি তেওঁ দিনে-ৰাতিয়ে পৰিশ্ৰম কৰিছিল। এই উপলব্ধি আছিল পূৰ্ণমাত্ৰাভাৱে আবেগময়ী, তাক এক প্ৰকাৰে 'হৃদয়ৰ ভকতি' বুলিও কব পাৰি। এই উপলব্ধি অকল মস্তিষ্ক-প্ৰসূত নহয়, ই অন্তৰৰ হিয়াৰ পৰা ওলোৱা আৰু অন্তৰজাগত।



# গ্ৰন্থাৱলীৰ পৰিচয়

**ব্যৱহাৰোপযোগী ইংৰাজী-সংস্কৃত অভিধান। ১ম, ২য় আৰু ৩য় খণ্ড।**

A PRACTICAL EGNLISH-SANSKRIT DICTIONARY. Published in three volumes. 1877-1880.

মিঃ আনন্দৰাম বৰুৱাই সংস্কৃত ভাষা আৰু সাহিত্য আলোচনা কৰি কেবাখনিও গ্ৰন্থ ৰচনা কৰিছিল, তাৰ ভিতৰত সৰ্ব্বসাধাৰণৰ লাগতিয়াল বোধ কৰোঁ এই ইংৰাজীৰ পৰা সংস্কৃত অভিধানখনিয়েই। অন্যান্য গ্ৰন্থাদিৰ সমাদৰ বিশেষজ্ঞ নহলে বুজাটো টান, কিন্তু এই অভিধানখনিৰ মূল্য সকলোৱে বুজিব পাৰে আৰু তাক ব্যৱহাৰ কৰিব পাৰে। গ্ৰন্থত আনন্দৰামৰ অশেষ পাণ্ডিত্যৰ চিনাকী পোৱা যায়। তেওঁৰ পূৰ্ব্বে মনিয়ৰ উইলিয়মচ্ কৃত মাথোন এখনি ইংৰাজী-সংস্কৃত অভিধান থাইকৈ প্ৰচলিত আছিল।

এই ইংৰাজী-সংস্কৃত অভিধান সংকলন আৰম্ভ কৰোঁতে মিঃ বৰুৱাৰ বয়স মাথোন তেইচ-চৰিচ বছৰ আছিল। তেওঁ নিজৰ অভিজ্ঞতাৰ বচ-টুটা আৰু সময়ৰ নাটনিৰ কথা ভালকৈ উপলব্ধি কৰিছিল। আনে এনে কামত হাত দিয়া দেখা হলে তেওঁ অনায়াসে তাক এৰিলে হয়, কিন্তু সংস্কৃত ভাষাৰ একান্ত সেৱকৰ সংখ্যা একেবাৰে তাকৰ। পাশ্চাত্য শিক্ষাকেন্দ্ৰবোৰত সংস্কৃত ভাষা আৰু সাহিত্যৰ আলোচনা দিনে বাঢ়িবলৈ ধৰিছে, তালৈ চাই ইংৰাজী-সংস্কৃত অভিধান এখনিৰ বিশে

প্ৰয়োজন আছিল। সেই কাৰণেহে আনন্দৰামে এই কামত হাত দিছিল।

এই অভিধানখনি তিনি খণ্ডত সমাপ্ত, তিনি খণ্ড অভিধানৰ বেচ নিৰ্দ্ধাৰিত হৈছিল ছকুৰি টকা। ১৮৭৭ চনৰ মে মাহত প্ৰথম খণ্ড অভিধান প্ৰকাশিত হয়। কিতাপ প্ৰকাশ হোৱাৰ পূৰ্ব্বে অনেকে সেই অভিধানৰ অগ্ৰিম গ্ৰাহক শ্ৰেণীভুক্ত হয়। এই গ্ৰাহকসকলৰ তালিকাত ভাৰতৰ গবৰ্ণৰজেনেৰেল লৰ্ড নৰ্থব্ৰুক, কৰ্ণেল শিৱৰাম বৰা আৰু কৰ্ণেল-জালন্দুৰ আলি আহমদৰ নামো জিলিকিছে।

প্ৰথম খণ্ডৰ পাতনিত অভিধানৰ উদ্দেশ্য আৰু প্ৰণালী মিঃ বৰুৱাই স্পষ্টকৈ বুজাই দিয়ে। তেওঁৰ মতে সংস্কৃতলৈ অনুবাদ কৰিবলৈ হলে ইংৰাজী শব্দবোৰ তিনি ভাগত ভগাব পাৰি।—প্ৰথমতঃ, যিবিলাক ইংৰাজী শব্দৰ উপযুক্ত সংস্কৃত প্ৰতিশব্দ আছে; দ্বিতীয়তঃ, যিবিলাক ইংৰাজী শব্দৰ তেনে উপযুক্ত সংস্কৃত প্ৰতিশব্দ নাই, কিন্তু যাৰ ভাব আৰু অৰ্থ সেই ভাবৰ সংস্কৃত শব্দৰে বুজাব পাৰি; তৃতীয়তঃ, যিবিলাক শব্দ বৈজ্ঞানিক আৰু দাৰ্শনিক আৱিষ্কাৰ আৰু নতুন ভাবৰ উৎপত্তিৰ পৰা প্ৰচলিত হৈছে, যাৰ উপযুক্ত প্ৰতিশব্দ বা বচনভঙ্গী সংস্কৃতত নাই।

মিঃ বৰুৱাৰ অভিধানৰ এই এটি বিশেষত্ব আছিল যে তেওঁ অকল ইংৰাজী শব্দৰ সংস্কৃত প্ৰতিশব্দ দিয়েই ক্ষান্ত নহৈছিল, সেইবোৰ সংস্কৃত শব্দৰ প্ৰকৃত ভাবাৰ্থ বুজাবৰ কাৰণে যত সেই শব্দ প্ৰয়োগ কৰা হৈছে মিঃ বৰুৱাই সেই গোটেই সংস্কৃত বাক্য তুলি দিছিল। এইদৰে উদাহৰণৰ দ্বাৰা প্ৰতিশব্দ ব্যাখ্যা কৰিবলৈ যাওঁতে মিঃ বৰুৱাই সংস্কৃত সাহিত্য আৰু সেই ভাষাত ৰচিত সমুদায় গ্ৰন্থৰাজি ঘাটিব লগাত পৰিছিল।

অভিধানখনি প্ৰকাশিত হৈ বাহিৰৰ আগলৈ ওলোৱাৰ পূৰ্ব্বে মিঃ বৰুৱাই প্ৰথম খণ্ডৰ ৬৪ পিঠি সংস্কৃত ভাষা আৰু সাহিত্যৰ ওজা জগদ্বিখ্যাত পণ্ডিত ভট্ট মোক্ষমূলাৰলৈ পঠিয়াই দিয়ে। মিঃ বৰুৱাই ভট্ট মোক্ষমূলাৰৰ

পৰা যথেষ্ট সহানুভূতি আৰু উদগনি লাভ কৰে, তেওঁৰ উদগনি পাই মিঃ বৰুৱাই দুগুণ উৎসাহেৰে কামত আগবাঢ়িবলৈ ধৰে।

১৮৭৮ চনৰ মে মাহত মিঃ বৰুৱাৰ অভিধানৰ দ্বিতীয় খণ্ড প্ৰকাশিত হয়। এই গ্ৰন্থৰ লগত এখনি "উচ্চ সংস্কৃত ব্যাকৰণ" ইংৰাজী ভাষা লিখি সংযুক্ত কৰি দিয়ে। পাচলৈ এই ব্যাকৰণ সুকীয়াকৈ ছপা হয়।

প্ৰথম খণ্ড অভিধান প্ৰকাশ হোৱাত মিঃ বৰুৱালৈ নানা ৰকম সমালোচনা আৰু মতামত আহে। বিশেষতঃ তেওঁৰ শব্দশ্ৰেণী-বিভাগত কোনো কোনোৱে আপত্তি কৰে। মিঃ বৰুৱাই দ্বিতীয় খণ্ড অভিধানৰ পাতনিত সেইবোৰ অভিমত খণ্ডাবলৈ যত্ন কৰে। বাইজে যি আগ্ৰহেৰে তেওঁৰ অভিধানখনি গ্ৰহণ কৰিছে, মিঃ বৰুৱাই এই ঠাইতে তেওঁলোকক ধন্যবাদৰ শৰাই আগবঢ়ায়।

১৮৮০ চনত মিঃ বৰুৱাৰ অভিধানৰ তৃতীয় খণ্ড প্ৰকাশিত হয়। খণ্ডৰ লগতে "ভাৰতবৰ্ষৰ প্ৰাচীন ভূগোল" নামে এখনি ৰচনাৰে সৈতে প্ৰাচীন ঠাইবোৰৰ নামৰ এখনি লিষ্টি সংযুক্ত থাকে।

পিতৃ-মাতৃলৈ আনন্দৰামৰ বৰ স্নেহ আছিল। তেওঁলোকে কৃতী সন্তানৰ কীৰ্ত্তিলাভ চাই আনন্দ পাবলৈ সৰহদিন সংসাৰত জীয়াই নথাকিল। আনন্দৰামে তেওঁৰ এই সৰ্ব্বপ্ৰথম গ্ৰন্থ অৰ্থাৎ অভিধানখনি পিতৃ-মাতৃৰ উদ্দেশ্যে এইদৰে মৰমিয়াল ভাষাৰে উচৰ্গা কৰে,—"মোৰ প্ৰিয়তম মাতৃ আৰু পিতৃ, দুৰ্লভেশ্বৰী আৰু গৰ্গৰাম বৰুৱাৰ পবিত্ৰ স্মৃতি উদ্দেশ্যে পৰিচিতৰ প্ৰশংসা, পুত্ৰৰ স্নেহ আৰু শিষ্যৰ কৃতজ্ঞতাৰে সৈতে ভক্তিভাৱে এই গ্ৰন্থ উচৰ্গা কৰিলোঁ।"

চিভিলিয়ান মিঃ বৰুৱাৰ এই ব্যৱহাৰোপযোগী সংস্কৃত অভিধানখনি প্ৰকাশিত হোৱাত পণ্ডিতসমাজে তাক বৰ সমাদৰেৰে গ্ৰহণ কৰিবলৈ ধৰিলে। উচ্চশিক্ষিত ভাৰতবাসীসকলে সংস্কৃত ভাষা আৰু সাহিত্যৰ কালে সাধাৰণতঃ মন-কাণ নিদিয়ে, এনে-স্থলত চিভিল চাৰ্ভিচৰ গুৰুভাৰ

ক্রান্ত বিষয়া হৈও যে মিঃ বৰুৱাই ইমান কম আত্মবিশ্বাসী ভিতৰত উৎকট পৰিশ্ৰম কৰি এনে বিৰাট্ গ্ৰন্থ সংকলন কৰিছে, সেইবাবে তেওঁ পণ্ডিত-মণ্ডলীৰ বিশেষ শলাগৰ পাত্ৰ হল।

ভাৰতৰ তদানীন্তন গৱৰ্ণৰ-জেনেৰেল মহামতি লৰ্ড নৰ্থব্ৰুক অসমৰ ···। তেওঁ অসমলৈ আহি ইয়াৰ দুৰৱস্থাৰ বিষয়ে গমি-পিতি চাই যায়, আৰু অসমক বঙ্গদেশৰ পৰা তেঁওৰাই চিফ কমিচনাৰৰ তলত স্থাপন কৰে। অসমীয়াৰ বন্ধু লৰ্ড নৰ্থব্ৰুকক মিঃ বৰুৱালৈ এই মৰ্ম্মে পত্ৰ লিখিলে,—"এইটো বৰ চিন্তৰ বিষয় যে ভাৰতৰ শিক্ষিত সন্তানসকলে দেশৰ উন্নত ভাষাবোৰৰ অনুশীলনত মন পাৰিছে।"

সংস্কৃত ভাষাৰ মহাৰথী আচাৰ্য্য ভট্ট মোক্ষমূলাৰে অক্স্‌ফোৰ্ডৰ পৰা মিঃ বৰুৱালৈ লিখি পঠিয়ালে,—"আপোনাৰ অভিধানখনি সংস্কৃত ইংৰাজী অভিধানৰ মাথোন ওভোতা সংস্কৰণ নহয়,—আপুনি প্ৰত্যেকটো শব্দকে স্বকীয়াকৈ ধৰিছে, আৰু প্ৰত্যেক ইংৰাজী শব্দৰ যথাসম্ভৱ উপযুক্ত সংস্কৃত প্ৰতিশব্দ দিয়াত আপোনাৰ এই দুই ভাষাৰ বচনভঙ্গীত যে কেনে বিস্তৃত জ্ঞান সেইটো ভালকৈ ফুটি ওলাইছে। আৰু আপুনি সংস্কৃত গ্ৰন্থকাৰসকলৰ শব্দ প্ৰয়োগৰ উদাহৰণৰ কাৰণে যিবোৰ বাক্য তুলি দিছে তাৰপৰা কিতাপখনৰ উপকাৰিতা বৰকৈ বাঢ়িছে, আৰু কিতাপখনক পাণ্ডিত্যপূৰ্ণ কৰি তুলিছে।"

আচাৰ্য্য মোক্ষমূলাৰে এইদৰে এখনি ঘৰুৱা চিঠিত মাত্ৰ বৰুৱাদেৱৰ গ্ৰন্থৰ গুণগান কৰিয়েই সন্তুষ্ট নেথাকিল, তেওঁ বিলাতৰ 'একেডেমী' নামৰ ওখশ্ৰেণীৰ কাকতত মিঃ বৰুৱাৰ অভিধানক আশ্ৰয় কৰি এটি প্ৰবন্ধ লিখে। তাৰ সাৰমৰ্ম্ম এই,—

"মিঃ আনন্দৰাম বৰুৱাই তেওঁৰ ইংৰাজী সংস্কৃত অভিধানখনি সমাপ্ত কৰাত আমি তেওঁলৈ আনন্দ আৰু শলাগৰ শৰাই আগ বঢ়াইছো। তেওঁৰ অভিধানৰ প্ৰথম আৰু দ্বিতীয় খণ্ড প্ৰকাশিত হওঁতে আমি দেখুৱাই

আহিছোঁ এনে গ্ৰন্থ সংকলন কৰা কিমান শকত কাম। এতিয়াও আমি বিনা সংকোচে কওঁ যে ইউৰোপীয় সংস্কৃত পণ্ডিতৰ পক্ষে এনে কাম হাতত লোৱা আৰু তাৰ সম্পাদনত কৃতকাৰ্য্য হোৱা একপ্ৰকাৰে অসম্ভৱ হলহেঁতেন। এখনি সংস্কৃত-ইংৰাজী অভিধান ওলট-পালট কৰিলেই যে এখনি ইংৰাজী-সংস্কৃত অভিধান নহয় এই কথাষাৰ বোধ কৰো এতিয়ামানে সকলো পণ্ডিতে বুজি পাইছে। যদিচ আমাৰ এতিয়ালৈকে এখনিও ভাল ইংৰাজী-গ্ৰীক অভিধান নাই, আমি আচৰিত মানিব নেলাগে যে বহু সংস্কৃত গ্ৰন্থ অধ্যয়ন কৰা সংস্কৃতজ্ঞ পণ্ডিতসকলেও এনে কাম হাতত লোৱা নাই। আনন্দৰাম বৰুৱাৰ এই গ্ৰন্থখনিয়ে এ বিভাগৰ সংস্কৃত চৰ্চ্চাৰ এটি সুন্দৰ সূচনা কৰিছে। তেওঁৰ সংস্কৃ অভিধানখনিত ইংৰাজী শব্দ আৰু বাক্যৰ সুন্দৰ সংস্কৃত প্ৰতিশব্দ দি হৈছে। কিন্তু এটাইতকৈ টান কথা এইটো যে ভালেমান ইংৰাজী ভাষাত প্ৰচলিত ভাব সংস্কৃত সাহিত্যত অপৰিচিত,—তাৰ নিমিত্তে এনে নতুন শব্দ সৃষ্টি কৰিব লাগে যে তাৰে সেইবোৰ ভাব যথাসম্ভৱ প্ৰকাশ কৰে। এই শব্দ বা পৰিভাষা সৃষ্টি-প্ৰথা আধুনিক ভাষাবোৰত খাইকৈ সংস্কৃত সাহায্যে চলিব লাগিছে। গতিকে বিলাতৰ মিডোল টেম্পোলৰ ব্যাৰিষ্টাৰ মিঃ বৰুৱাৰ নিচিনা এজন পণ্ডিতে তেনে সুন্দৰ ইংৰাজী ভাববোৰৰ কাৰণে যথাসম্ভৱ ভাৰতীয় প্ৰতিশব্দ উলিওৱাত ইউৰোপীয় বহুবিজ্ঞ সংস্কৃতজ্ঞ পণ্ডিততকৈ বেচি পাকৈত হোৱাটো সম্ভৱ। মি বৰুৱাৰ অভিধানে সেই বিভাগৰ সংস্কৃত চৰ্চ্চাৰ এটি সুন্দৰ সূচনা কৰিছে। মিঃ বৰুৱাই তৃতীয় খণ্ডত "ভাৰতৰ প্ৰাচীন ভূগোল" আৰু "ভৌগোলিক নামৰ সংস্কৃত ব্যাখ্যা" নামে ভূমিকা সংযুক্ত কৰি দিছে। এই দুয়োখনি গ্ৰন্থ ইউৰোপৰ সংস্কৃতজ্ঞ পণ্ডিতসকলে কৃতজ্ঞভাৱে গ্ৰহণ কৰিব।"

স্বনামখ্যাত কৃষ্টদাস পাল সম্পাদিত "হিন্দু পেট্ৰিয়ট" কাগজতে বৰুৱাৰ গ্ৰন্থৰ বিশেষ প্ৰশংসা প্ৰকাশিত হয়। "ইংলিচমেন" নামে কাগজত

বকৰাৰ অভিধানৰ শলাগনি-পূর্ণ সমালোচনা থকা এটি সুদীর্ঘ প্রবন্ধ ওলায়, তাৰ মর্ম্ম এই,—

"মিঃ এ-বকৰাৰ ইংৰাজী-সংস্কৃত অভিধানখনি শিক্ষার্থীসকলৰ বিশেষ উপকাৰী হব। মিঃ বকৰাই এইটো বৰ সুপণ্ডিতৰ দৰে কাম কৰিছে যে তেওঁ প্রয়োগ কৰা শব্দবোৰৰ ভাবার্থৰ উদাহৰণ স্বৰূপে প্রাচীন গ্রন্থকাৰসকলৰ বাক্যাৱলী তুলি দিছে। এই সকলে সংস্কৃত সাহিত্যৰ পৰা ঘনাই উদাহৰণ দিয়াত মিঃ বকৰাৰ অভিধানৰ মূল্য ততোধিক বাঢ়িছে। বিশেষ আনন্দৰ কথা এই যে এজন ভাৰতবাসী চিভিলিয়ানে নিজৰ অবসৰৰ অতি তাকৰীয়া মুহূর্ত্ত কেইটা সাহিত্য চর্চ্চাত লগাইছে। তেওঁলোকৰ বিৰুদ্ধে এইটো অভিযোগ সদায়ে আনিব পাৰি যে নিজৰ পূর্ব্বপুৰুষসকলৰ সাহিত্য আৰু আচাৰ-ব্যৱহাৰ তেওঁলোকে সততে নিন্দা কৰে। মিঃ বকৰাই এইটো ভালকৈ প্রমাণ কৰিছে যে পাশ্চাত্য চিন্তা আৰু চর্চ্চাত তেওঁৰ ইমান অধিকাৰ থকা স্থলতো তেওঁৰ জন্মভূমিৰ প্রাচীন সাহিত্যৰ সূক্ষ্ম আৰু যত্নশীল অনুশীলনৰ কাৰণে তেওঁ অনুপযুক্ত হোৱা নাই। তদুপৰি পাশ্চাত্যৰ পৰা তেওঁ এইটো শিক্ষা পাইছে যে সকলো চর্চ্চাৰ উদ্দেশ্য হৈছে পোহৰ বিলোৱা, এন্ধাৰ কৰা নহয়; আৰু সুন্দৰ সংস্কৃত ভাষাৰে অসভ্য ভাববোৰ সজাবলৈ ম্লেচ্ছবিলাকক উপায় দিয়াত তেওঁ অকণকে সংকোচ দেখুউৱা নাই। ইউৰোপৰ কালে এইটো কথাৰ এতিয়া ভালকৈ উপলব্ধি হৈছে যে হিন্দু নিয়মনীতি আৰু চিন্তা-সোঁতৰ গতি বুজিবলৈ হলে তাৰ চাবি স্বৰূপে সেই ভাষাৰ উন্নতিবিধান কৰিব লাগিব, সেইদেখি আমি আশা কৰিব পাৰোঁ। মিঃ বকৰাৰ গ্রন্থখনি ইউৰোপীয় পণ্ডিত সমাজত যথাযোগ্য সমাদৰ পাব।" ইত্যাদি।

১৮৮৪ চনত পুনা কাৰ্চন কলেজৰ অধ্যাপক মিঃ আপ্তেই তেওঁৰ ইংৰাজী-সংস্কৃত অভিধানৰ পাতনিত যি লিখিছে তাৰ মর্ম্ম এই,—

"ইংৰাজী-সংস্কৃত অভিধান মুঠতে দুখন—এখন মনিয়ৰ উইলিয়ম্চ্ ৰচিত

ইংলণ্ড কলিকতাৰ মিঃ এ-বৰুৱা প্ৰণীত। মিঃ বৰুৱাৰ গ্ৰন্থখনি অতিকৈ ব্যৱহাৰপযোগী। তাত প্ৰাচীন গ্ৰন্থকাৰসকলৰ পৰা বাক্যাৱলী তুলি দিয়া হৈছে। ওখ শ্ৰেণীৰ শিক্ষাৰ্থৰ নিমিত্তে মিঃ বৰুৱাৰ কিতাপখনি বিশেষ দৰ্কাৰী। মোৰ এই অভিধান সংকলনত এই দুইখনি কিতাপ মই নিসঙ্কোচে ব্যৱহাৰ কৰিছো। সেইদেখি তেওঁলোকৰ ওচৰত মই ঋণী। কিন্তু মই বিশেষকৈ ঋণী মিঃ বৰুৱাৰ ওচৰত। তেওঁৰ গ্ৰন্থৰ পৰা মই বিশেষভাবে সহায় লৈছো। সংস্কৃত প্ৰতিশব্দ, বাক্য আৰু বচনভঙ্গী বাচনিত যাইকৈ মিঃ বৰুৱাই উদ্ধৃত কৰা উদাহৰণবোৰৰ পৰা মই বিশেষভাবে সহায় পাইছো।"

এই তিনি খণ্ড অভিধানৰ প্ৰথমতে বেচ আছিল দুকুৰি টকা। কিন্তু ১৮৮৭ চনত বৰুৱাদেৱে সকলোৰে সুবিধাৰ নিমিত্তে তাৰ বেচ কুৰি টকা নিৰ্দ্ধাৰিত কৰি দিয়ে।

## উচ্চ সংস্কৃত ব্যাকৰণ।

## HIGHER SANSKRIT GRAMMAR: GENDER AND SYNTAX. 1879.

আনন্দৰামৰ এই ব্যাকৰণখনি ইংৰাজীতে লিখা। পোনতে ইয়াক অভিধানৰ দ্বিতীয় খণ্ডৰ লগত পাতনিৰূপে সংযুক্ত কৰি দিয়া হয়। পাতনি বুলিও ই এখনি স্বাধীন গ্ৰন্থ;—বহুতে এই গ্ৰন্থ কিনিবলৈ ইচ্ছা কৰাত মিঃ বৰুৱাই তাক অভিধানৰ বুকুৰ পৰা আঁতৰাই স্বকীয় গ্ৰন্থৰূপে ছপা কৰি উলিয়ায়, দাম খয় ছটকা। এই গ্ৰন্থখনিয়ে পাশ্চাত্যসকলৰ

পক্ষে সংস্কৃত শিক্ষাৰ বাট বৰ সুচল কৰি দিলে। ডাক্তাৰ জে-এচ্ স্পিজাৰে পাছে সংস্কৃত ব্যাকৰণৰ বিষয়ে যি গ্ৰন্থ লিখে তাত মিঃ বৰুৱাৰ গ্ৰন্থৰ ঘনে-ঘনে উল্লেখ আছে।

খাইকৈ এই গ্ৰন্থখনিত সংস্কৃত লিঙ্গপ্ৰকৰণ আৰু বাক্যবিন্যাসৰ আলোচনা আছে। মিঃ বৰুৱা গ্ৰীক আৰু লেটিন ভাষাত সুপণ্ডিত আছিল। তেওঁ সম্ভৱপৰ ঠাইত ইউৰোপীয় প্ৰাচীন ভাষাৰ লগত ভাৰতৰ প্ৰাচীন ভাষাৰ ব্যাকৰণৰ নিয়মাৱলীৰ সাদৃশ্য দেখুৱাই দি যায়।

এই গ্ৰন্থৰ পাতনিত মিঃ বৰুৱাই সুললিত সংস্কৃত ছন্দেৰে সংস্কৃত ভাষা আৰু বাণী ভাৰতীক বন্দনা কৰি মন্দাক্ৰান্তা ছন্দত এটি সুখলক বা মঙ্গলাচৰণ সংযুক্ত কৰি দিয়ে। ইয়াৰ পৰা মিঃ বৰুৱাৰ মৌলিক সংস্কৃত ৰচনাত কিমান দক্ষতা আছিল তাক বুজিব পাৰি। এই মঙ্গলাচৰণত তেওঁ সংস্কৃত ভাষাৰ নানান অৱস্থা আদিৰে পৰা ভালকৈ বুজাই দিয়ে,— এই দেৱভাষাতে সুপবিত্ৰ ৰামৰ আখ্যান জগতৰ আদিকবিয়ে ৰচিছিল, এই ভাষাতে ৰচিত কাদম্বৰী এতিয়াও জিলিকে আছে, দাৰ্শনিক শঙ্কৰাচাৰ্য্যই এই ভাষাতে ভাষ্য লিখি গৈছে, জৰ্ম্মণী দেশৰ পণ্ডিতসকলৰ চিত্ত এই ভাষাৰ গ্ৰন্থই আকৰ্ষণ কৰিছে, এই ভাষাকে আশ্ৰয় কৰি বপ নামে জৰ্ম্মণ পণ্ডিতে বিবিধ ভাষাৰ সম্বন্ধ দেখুৱাই ভাষাবিজ্ঞানৰ অৱতাৰণা কৰে। পৰিশেষত মিঃ আনন্দৰাম বৰুৱাই ইংৰাজ জাতিৰ সৰ্ব্বকলা-পৃষ্ঠপোষকতাৰ বিষয়ে শ্লোক সংযুক্ত কৰে।

এই গ্ৰন্থখনিত উদাহৰণ স্বৰূপে সংস্কৃত সাহিত্যৰ অতি উপাদেয় মনোৰম বাক্যাৱলী তুলি দিয়া হৈছে, তাৰ লগে-লগে তাৰ ইংৰাজী ভাঙনিও দিয়া হৈছে। বেদত ব্যৱহৃত বিশেষ সূত্ৰাদিৰ বা ছান্দসপ্ৰয়োগৰ উদাহৰণ দিয়াত বৰুৱাৰ ব্যাকৰণৰ মূল্য অতিকৈ বাঢ়িছে।

মিঃ বৰুৱা বৰ্ত্তমানৰ জাহানাবাদ নামে আওহতীয়া ঠাইত থাকোঁতে এই ব্যাকৰণ ৰচনা কৰে। তাত তেওঁ ইচ্ছামতে পুথি-পাজি নেপাই-

ছিল। সেই কাৰণে পুথিৰ ঠায়ে-ঠায়ে ভুলভ্ৰান্তি থাকি যোৱাটো স্বাভাৱিক। সেই বিষয়ে মিঃ বৰুৱাই নিজে পাতনিত কৈছিল,—"মই নিসঙ্কোচভাৱে স্বীকাৰ কৰোঁ যে এই গ্ৰন্থ একেবাৰে নিভুৰ্ল হব নোৱাৰে। কিন্তু যি স্থলত হৰেছ হেমেন উইলচনৰ নিচিনা এজন প্ৰসিদ্ধ গ্ৰন্থকাৰে সুবিজ্ঞ পণ্ডিতমণ্ডলীৰ সহায় লৈও, আলোচনাৰ কাৰণে এটি পুথিৰ ভৰাল পায়ো আৰু যথেষ্ট আজৰি হাতত থকা স্বত্বেও তেওঁৰ গ্ৰন্থ একেবাৰে নিভুৰ্ল কৰিব নোৱাৰিলে, তেনে স্থলত এখনি আওহতীয়া ঠাইত বাস কৰোঁতা আৰু জ্ঞানাৰ্জ্জন আৰু আলোচনাৰ উপায়ৰ পৰা বঞ্চিত মাথোন এজন মানুহৰ পৰিশ্ৰমৰ পৰা ওলোৱা এই গ্ৰন্থক আশা কৰোঁ ৰাইজে অতি নিৰ্দ্দয় ভাবে নেচাব, ৰাইজৰ বিদ্ৰূপৰ পাত্ৰ হোৱাটো দূৰৰ কথা।"

## ভাৰতৰ প্ৰাচীন ভূগোল।

ON THE ANCIENT GEOGRAPHY OF INDIA. GEOGRAPHICAL NAMES RENDERED IN SANSKRIT. 1880.

আনন্দৰাম বৰুৱা ৰচিত 'প্ৰাচীন ভাৰতৰ ভূগোল' খনি কেতিয়াও সুকীয়াকৈ গ্ৰন্থৰূপে ছপা কোৱা নাই, তেওঁৰ অভিধানৰ তৃতীয় খণ্ডৰ পাতনিৰূপে ই সৰ্ব্বপ্ৰথম প্ৰকাশিত হয়। কিন্তু অভিধানৰ বুকুৰ পৰা আঁতৰাই ইয়াক সুকীয়া গ্ৰন্থ কৰি প্ৰকাশ কৰিলে ই এখনি মূল্যবান গ্ৰন্থ হ'লহেঁতেন।

ভাৰতৰ পুৰাতত্ত্ব যি সকলে আলোচনা কৰিছে তেওঁলোকৰ কাৰণে এই প্ৰাচীন ভূগোলখনি বৰ লাগতিয়াল। কোনো প্ৰাচীন ঠাইৰ বিষয়ে

তৰ্ক-প্ৰতিবাদ উঠিলে মিঃ বৰুৱাৰ মতক সকলোৱে প্ৰমাণ স্বৰূপে টুকি দিয়ে। ভাৰতীয় কাব্য, নাটক, পুৰাণ আদি সাহিত্যত যনাই উল্লিখিত সমূহ ঠাইৰ আলোচনা ইয়াত আছে। ভাৰতৰ প্ৰাচীন-ভূগোলৰ বিষয়ে চাৰ এলেক্‌জাণ্ডাৰ কানিংহামৰ এখন গ্ৰন্থ আছে, কিন্তু সকলোৱে মিঃ বৰুৱাৰ গ্ৰন্থথনকে বেছি মূল্যবান বুলি ভাবে।

অধ্যাপক ভট্ট মোক্ষমূলাৰে এই গ্ৰন্থৰ বিষয়ে বিলাতৰ 'একেডেমি' কাকতত কৈছে,—"আনন্দৰাম বৰুৱাৰ তৃতীয় খণ্ড অভিধানত সংলগ্ন থকা 'প্ৰাচীন ভাৰতৰ ভূগোল' আৰু 'ভৌগোলিক নামৰ সংস্কৃত ব্যাখ্যা'ৰ গ্ৰন্থ দুখনি ইউৰোপৰ পণ্ডিত মণ্ডলীয়ে কৃতজ্ঞভাৱে গ্ৰহণ কৰিব।"

অধ্যাপক চেচিল বেণ্ডলে কৈছে,—"মিঃ বৰুৱাৰ 'প্ৰাচীন ভাৰতৰ ভূগোল' ভাৰতীয় গৱেষণা-সাহিত্যৰ এখনি অপূৰ্ব্ব গ্ৰন্থ।

**ভৱভূতিৰ মহাবীৰচৰিত। জানকীৰামভাষ্য টীকা সম্বলিত।**

**BHAVABHUTI'S MAHAVIRCHARITAM. Edited by Anundoram Borroah, with his commentary entitled Janakirama-bhashya, and a Sanskrit-English glossary. 1877.**

১৮৭৭ চনৰ অক্টোবৰ মাহত মিঃ আনন্দৰাম বৰুৱাই স্বৰচিত টীকাৰে সৈতে সম্পাদিত কৰি মহাকবি ভৱভূতিৰ 'মহাবীৰচৰিত' নাটকৰ এটি সংস্কৰণ প্ৰকাশ কৰে। সকলো সংস্কৃত কবিৰ ভিতৰত ভৱভূতি আনন্দৰামৰ প্ৰিয়তম কবি আছিল। শ্ৰীকণ্ঠ ভৱভূতিৰ তাপাৰ

তেজস্বিতা আৰু প্ৰাঞ্জলতা গুণৰ কাৰণে আনন্দৰাম বৰুৱা বিশেষ বিমুগ্ধ হৈছিল। মিঃ বৰুৱাই তেওঁৰ সকলো গ্ৰন্থৰ ভাষাতে যে এই প্ৰাঞ্জলতা লাভ কৰিছিল, ইয়াৰ মূল কাৰণ বশ্যবাক্ ভৱভূতিৰ গ্ৰন্থাদিৰ বনাই অধ্যয়ন আৰু কবিলৈ প্ৰবল অনুৰাগ আৰু ভক্তি।

মহাকবি ভৱভূতি তিনিখন সংস্কৃত নাটকৰ গ্ৰন্থকাৰ—মহাবীৰচৰিত, উত্তৰচৰিত আৰু মালতীমাধৱ। পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে উত্তৰ-চৰিত, আৰু ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে মালতীমাধৱ সুন্দৰ টীকাৰে সম্পাদিত কৰি প্ৰকাশ কৰে। কিন্তু সেই পৰিমিতে মহাবীৰচৰিতৰ এখনিও ভাল সংস্কৰণ ওলোৱা নাছিল। ১৮৪৩ চনত বিলাতৰ হেন্‌ৰী ট্ৰিথেনে এটি সংস্কৰণ উলিয়ায়, আৰু ১৮৫৭ চনত সুপ্ৰসিদ্ধ সংস্কৃত পণ্ডিত তাৰানাথ তৰ্কবাচস্পতি মহোদয়ে এটি সংস্কৰণ প্ৰকাশ কৰে। কিন্তু তাত বিৰলভাবে শব্দাৰ্থ আৰু টীকা ব্যাখ্যা থাকিলেও ভৱভূতিৰ নাটকত থকা প্ৰাকৃত অংশৰ টীকা ভাজনি নথকাত শিক্ষাৰ্থীসকলৰ বৰ অসুবিধা হৈছিল। সেইদেখি মিঃ বৰুৱা প্ৰাঞ্জল ব্যাখ্যাৰে এই নতুন সংস্কৰণ উলিয়াবলৈ বাধ্য হল।

সংস্কৃত টীকাকাৰসকলে নিজৰ ৰচিত ব্যাখ্যা বা টীকাৰ এটি এটি নাম দিয়ে। সঞ্জীৱনী, সৰলা, মনোৰমা, দীপিকা আদি ভাষ্যৰ নাম সকলোৰে পৰিচিত। আনন্দৰামে ভৱভূতিৰ মহাবীৰচৰিতৰ যি ভাষ্য ৰচনা কৰিলে তেওঁ প্ৰিয় ককাইদেৱাকৰ নাম অনুসৰি তাৰ নাম ৰাখিলে জানকীৰাম-ভাষ্য। মহাবীৰচৰিত কবি ভৱভূতিৰ সৰ্ব্বপ্ৰথম ৰচিত নাটক। ইয়াত অযোধ্যাৰ সিংহাসন আৰোহণলৈকে ৰামৰ সকলো বৃত্তান্ত বৰ্ণোৱা হৈছে,—অৰ্থাৎ জানকী আৰু ৰামৰ আখ্যান লৈ এই নাটক ৰচিত। গতিকে জানকীৰামৰ আখ্যান থকা এই মহাবীৰচৰিতৰ টীকা বা ভাষ্যৰ নাম 'জানকীৰামভাষ্য' দিয়াত বৰ উপযোগী হৈছিল।

কোনো সংস্কৃত টীকাকাৰৰ এইটো লক্ষ্য আছে যে তেওঁলোকে

কোনো দুৰূহ শব্দ বা কথা ব্যাখ্যা কৰি সৰল কৰিবলৈ চেষ্টা কৰোঁতে তাক আগতকৈয়ো দুৰূহ কৰি তোলে। কিন্তু মিঃ বৰুৱাই এই দোষৰ পৰা মুক্তি লভিবলৈ পাৰ্য্যমানে যত্ন কৰিছিল। তেওঁ ভালকৈ জানিছিল ভৱভূতিৰ নিচিনা এনে প্ৰাঞ্জল লেখক সংস্কৃত সাহিত্যত নাই, গতিকে তেওঁৰ সৰল বাক্যাবলীৰ—কবিৰ সপ্নৰো অগোচৰ—দুৰূহ ব্যাখ্যা দিবৰ কোনো প্ৰয়োজন নাই। যথা, মহাবীৰচৰিতৰ প্ৰথম অঙ্কত 'গোদান' শব্দটো পোৱা যায়। বিখ্যাত বৈয়াকৰণিক আৰু আভিধানিক পণ্ডিত তাৰানাথ তৰ্কবাচস্পতিয়ে টানি-টুনি তাৰ অৰ্থ উলিয়ালে কুন্তলচ্ছেদন অৰ্থাৎ চুলি কটা। কিন্তু আনন্দৰামে এই অৰ্থ নেমানি ৰামায়ণ, গৃহ্যসূত্ৰ আৰু ধৰ্ম্মসংহিতাৰ মতে তাৰ অৰ্থ গোমিথুন-দক্ষিণা বা এজোৰা গৰু-দানকে বাখিলে। কুন্তলচ্ছেদনতকৈ যে গোমিথুন দক্ষিণা বেচি সৰল আৰু প্ৰাঞ্জল হল তাক নকলেও হব। ইয়াৰ কাৰণ, কোন শব্দ বিশেষ কি অৰ্থত ব্যৱহৃত হয়, সংস্কৃত অভিধান সংকলনৰ পৰা তেওঁ এই জ্ঞান লাভ কৰিছিল, আৰু বিশেষকৈ ভৱভূতিৰ সকলো গ্ৰন্থ আতিগুৰি মাৰি পঢ়াত ভৱভূতিৰ শব্দ আৰু বাক্যাৱলীৰ গূঢ়াৰ্থ তেওঁ ভালকৈ বুজি পাইছিল।

আনন্দৰামৰ মহাবীৰচৰিতৰ আৰু এটি প্ৰধান লক্ষণ আছিল যে তেওঁ প্ৰত্যেক অঙ্কৰ অন্তত আত্মপৰিচায়ক শ্লোক সন্নিবিষ্ট কৰিছিল। মহাবীৰচৰিতৰ প্ৰত্যেক অঙ্কৰে এটি এটি নাম আছে,—১ম অঙ্কৰ নাম কৌমাৰ, ২য় অঙ্কৰ নাম পৰশুৰাম সংবাদ, ৩য় অঙ্কৰ নাম সংসৃষ্টি, ৪র্থ অঙ্কৰ নাম চৰিত্ৰ, আৰু ৫ম অঙ্কৰ নাম আৰণ্যক। আনন্দৰামে প্ৰত্যেক অঙ্কৰ ভাষ্যৰ অন্তত সেই অঙ্কৰ নাম অনুসৰি শ্লোক ৰচনা কৰিছিল। যথা কৌমাৰ নামে প্ৰথম অঙ্কৰ ভাষ্যৰ অন্তত আছে,—

শ্ৰীমদানন্দৰামেণ দুৰ্লভাগৰ্ভসূনুনা।
অভিজ্ঞাতেন কৌমাৰং কৌমাৰো বিবৃতো মুদা॥

অর্থাৎ, দুর্লভা আৰু গর্গৰ পুত্র কুমাৰ বয়স অতিক্রম কৰা আনন্দৰামৰ দ্বাৰা কৌমাৰ নামে এই অঙ্ক বিবৃত হল।

কিতাপৰ অন্তত ককায়েক জানকীৰামৰ বিষয়ে যি কবিতাটি লিখিছে তাৰ ভাষা আৰু ছন্দ অতি মনোমোহা।

গ্রন্থৰ শেষত মিঃ বৰুৱাই এখনি ওপৰঞ্চিত কবিয়ে ব্যৱহাৰ কৰা লাগতিয়াল সংস্কৃত শব্দাৱলীৰ ইংৰাজী ব্যাখ্যা দিছে। ভবভূতিৰ বিষয়ে সকলো কথা আতিগুৰি মাৰি এখনি কিতাপ পাচলৈ লিখিব বুলি মিঃ বৰুৱাই এই নাটকৰ পাতনিতে অঙ্গীকাৰ কৰে।

পোনতে জানকীৰামভাষ্য সংলগ্ন মহাবীৰচৰিতৰ দাম আছিল চাৰি টকা। পাচত বোম্বে বিশ্ববিদ্যালয়ৰ পাঠ্যৰূপে ই নিৰ্দ্ধাৰিত হোৱাত মিঃ বৰুৱাই তাৰ আণ্ডাৰ্-গ্রেজুয়েটসকলৰ সুবিধাৰ কাৰণে ইয়াৰ দাম দুটকা নিৰূপণ কৰে।

ভাৰতৰ গুণজ্ঞ পণ্ডিতমণ্ডলীয়ে মিঃ বৰুৱাৰ প্রাঞ্জল জানকীৰামভাষ্য পাঠ কৰি বৰ আনন্দ পালে। সংস্কৃত সাহিত্যবিশাৰদ কলিকতা সংস্কৃত কলেজৰ প্রিন্সিপাল মহামহোপাধ্যায় মহেশচন্দ্র ন্যায়ৰত্ন ভাজৰীয়াই মিঃ বৰুৱালৈ এই মৰ্ম্মে চিঠি দিলে—"আপুনি মহাবীৰচৰিতৰ সম্পাদক আৰু টীকাকাৰৰ কাম দুটি যেনে বিচক্ষণ ভাবে সম্পাদন কৰিছে তাক দেখি মই অশেষ আনন্দ লাভ কৰিছো। আপোনাৰ টীকাখিনি তথ্য-পৰ্ণ কথাৰে ভৰা, আৰু তাৰ পৰা আপোনাৰ এনে পাণ্ডিত্য প্রকাশ পাইছে যে ইয়াৰ দ্বাৰা যেই-সেই সংস্কৃত পণ্ডিতৰে সুখ্যাতি বাঢ়িলেহেঁতেন। আপোনাৰ বীৰচৰিতৰ সংস্কৰণ আটাইতকৈ বহুমূলীয়া।"

গুণজ্ঞ ন্যায়ৰত্ন ভাজৰীয়া ইয়াতে ক্ষান্ত নহল। বৰুৱাৰ মহাবীৰ-চৰিতৰ সংস্কৰণত ইমান লাগতিয়াল শিক্ষণীয় কথা আছিল যে মহামহো-পাধ্যায় ভাজৰীয়াই সংস্কৃত কলেজৰ প্রথম বার্ষিক শ্রেণীত মহাবীৰচৰিত

পাঠ্যৰূপে নিৰ্দ্ধাৰিত কৰে, কাৰণ ছাত্ৰসকলে মিঃ ৰকবাৰ বহুমূলীয়া গ্ৰন্থখনি ব্যৱহাৰ কৰিব পাৰিব।

ঋগ্বেদৰ সম্পাদক আৰু টীকাকাৰ পণ্ডিত ৰমানাথ সৰস্বতী এম্-এ ডাঙৰীয়াই লিখিছিল,—"আপোনাৰ ৰীবচৰিতখনি সৰ্ব্বাঙ্গসুন্দৰ আৰু প্ৰথম শ্ৰেণীৰ হৈছে। আজি-কালি অনুচিত ভাবে নিৰ্দ্ধাৰিত কৰা ভট্টি-কাব্যৰ সলনি ইয়াক এফ্-এ পৰীক্ষাৰ পাঠ্য পুস্তক নিৰ্ব্বাচিত কৰা উচিত।"

ভাৰত গৱৰ্ণমেণ্টৰ চেক্ৰেটৰী মিঃ চি-ই বাৰ্ণাৰ্ড চি-এচ্-আই চাহাবে কৈছিল,—"প্ৰাকৃত অংশৰ ব্যাখ্যা আৰু টীকাখিনিৰ কাৰণে সংস্কৃত শিক্ষাৰ্থীলৈ এই কিতাপখনি বিশেষ লাগতিয়াল হব।"

## সংস্কৃত শিক্ষার্থীৰ সহচৰ।

A COMPANION TO THE SANSKRIT-READING UNDERGRADUATES OF THE CALCUTTA UNIVERSITY. Being a few notes on the Sanskrit texts selected for examinations, and their commentaries. 1878.

এই কিতাপ-খনিৰ সম্পূর্ণ নাম হৈছে "কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত শিক্ষাৰ্থী আণ্ডাৰ-গ্ৰেজুৱেটৰ সহচৰ।" কলিকতা বিশ্ববিদ্যালয়ে ১৮৭৮-৭৯ চনৰ এফ্-এ আৰু বি-এ পৰীক্ষাৰ কাৰণে মেঘদূত, কুমাৰ-সম্ভৱ ১-৭ সৰ্গ, ৰঘুবংশ ১-৯ সৰ্গ, ভট্টিকাব্য ১-৫ সৰ্গ আৰু অভিজ্ঞান-শকুন্তলা সংস্কৃতৰ পাঠ্যৰূপে নিৰ্দ্ধাৰিত কৰে। 'সংস্কৃত সহচৰ'ত এই

কিখন গ্ৰন্থৰ লাগতিয়াল অংশৰ ওপৰত টীকা, সমালোচনা আৰু অন্যান্য অভিমত মিঃ বৰুৱাই সন্নিবিষ্ট কৰিছে। 'সংস্কৃত সহচৰ' মহাবীৰচৰিত্ৰৰ জানকীৰামভাষ্যৰ দৰে উপৰোক্ত কাব্য আৰু নাটকৰ ধাৰাবাহিক ব্যাখ্যা বা টীকা নহয়। এই গ্ৰন্থত মেঘদূতত বৰ্ণোৱা নানান ঠাইৰ এখনি মানচিত্ৰও মিঃ বৰুৱাই সংলগ্ন কৰি দিয়ে।

মিঃ বৰুৱাই এইটো কথা ভালকৈ জানিছিল যে টোল স্কুল আৰু কলেজ সমূহত সংস্কৃত সাহিত্য পঢ়াওঁতে বৈয়াকৰণিক আৰু আভিধানিক হিচাপে লাগতিয়াল অংশৰ ওপৰত বিশেষকৈ প্ৰাধান্য দিয়া হয় আৰু প্ৰাচীন টীকা-কাৰৰ টীকা আদি নিৰ্ভুল বেদবাক্য বুলি পৰিগণিত হয়। মিঃ বৰুৱাই 'সংস্কৃত সহচৰ'ত এইটোকে দেখুৱাবলৈ যত্ন কৰে যে প্ৰাচীন টীকাকাৰৰো মাজে-মাজে ভুল-ভ্ৰান্তি হব পাৰে। তেওঁলোকৰ যুক্তি আৰু মতামত আদিক শিলৰ ৰেখা বুলি নেমানি ছাত্ৰসকলে যেন নিজে ভাবিচিন্তি সংস্কৃত শ্লোক আৰু বাক্যাৱলীৰ যথাৰ্থ অৰ্থ গ্ৰহণ কৰে মিঃ বৰুৱাই এনে জিজ্ঞাসা-প্ৰৱণতাকে উদ্দীপিত কৰিবলৈ যত্ন কৰিছিল। মিঃ বৰুৱাই এইটোও ঠাৱৰ কৰিছিল যে আধুনিক সভ্যতা আৰু জ্ঞানবিস্তাৰৰ লগে-লগে আৰু তাৰ প্ৰভাৱত প্ৰাচীন গ্ৰন্থাদিৰ শ্লোক আদিৰ নতুন অৰ্থ আবিষ্কাৰ হোৱাটোও সম্ভৱ। মল্লিনাথ আদি টীকাকাৰৰ সৈতে য'ত মতভেদ হৈছে ত'তে তেওঁ যুক্তিৰে সেই মতভেদ সমৰ্থন কৰিবলৈ যত্নৱান হৈছে। এই বিষয়ে মিঃ বৰুৱাই কয়,—"ইয়াৰ কোনোবা বা সকলো যুক্তিতে যদি মোৰ ভুল হৈছে, আশা কৰোঁ চিন্তাশীল ৰাইজে যেন মোৰ প্ৰতি খড়্গহস্ত নহয়, কাৰণ ভাৰতৰ প্ৰাচীন সাহিত্যৰ বিষয়ে বৰ্তমান ভাৰতীয়সকলৰ যি বিষম উদ্যোগহীনতা দেখা গৈছে, তাক গুচাবলৈ এনে ধৰণৰ চেষ্টা আৰু যত্নহে একমাত্ৰ উপায়।"

সংস্কৃত শিক্ষাৰ্থীৰ সহচৰখনি যদিও সৰু, কাৰণ ইয়াত মাথোন উপৰোক্ত কাব্য কিখনিৰ আংশিক ৰূপেহে ব্যাখ্যা আছে, তথাপি ইয়াৰ

প্ৰকৃত মূল্য বৰ বেচি। এই গ্ৰন্থৰ টীকাৰ প্ৰণালী আলোচনা কৰাৰ সূত্ৰে মিঃ চেচিল বেণ্ডেলে কয়,—"যিসকল ইউৰোপীয় পণ্ডিতে কোনো সংস্কৃত সাহিত্য-পুথিৰ অৰ্থ লিখিছে তেওঁলোকে মাথোন ঠায়ে-ঠায়ে এটি দুটি শ্লোকৰ অলপ ব্যাখ্যা দিয়ে, নাইবা সংস্কৃত টীকাকাৰসকলৰ টীকা-টোকা তুলি দিয়ে। ভাৰতীয় সম্পাদকসকলে সেই প্ৰাচীন টীকাৰ ওপৰত আকৌ সুদীৰ্ঘ টীকা সংযুক্ত কৰি মূল গ্ৰন্থৰ ভাবাৰ্থ আৰু দুৰ্ব্বোধ কৰে। মিঃ বৰুৱাই এই দুই প্ৰথাৰ মাজেদি এটি লাগতিয়াল বাট উলিয়াইছে। তেওঁ মল্লিনাথ, অমৰসিংহ আৰু পাণিনিক নিখুঁত বিবেচনা নকৰি মূল শ্লোক আৰু টীকাৰো ব্যাখ্যা দিছে। ইউৰোপীয় শিক্ষাৰ্থীৰ কাৰণে এই পন্থা বৰ লাগতিয়াল।"

মিঃ আনন্দৰাম বৰুৱাৰ ব্যাখ্যাৰ প্ৰণালী অতি অভিনৱ আৰু মৌলিক আছিল। কোনো এটি শব্দ পালে তাৰ অৰ্থৰ অৱনতি, আৰু তাৰ পৰা যদি কোনো সামাজিক প্ৰথাৰ প্ৰচলন বা ৰূপান্তৰ অনুমান কৰিব পাৰি তাক তেওঁ ভালকৈ দেখুৱাইছিল। 'ৰঘুবংশ'ৰ ১ম সৰ্গত 'অৱবোধ' শব্দটি পোৱাত মিঃ বৰুৱাই তাৰ বিষয়ে এইদৰে লিখিছে,—"শব্দসমূহৰ বুৰঞ্জী আদিৰ পৰা অন্তলৈকে অনুসৰণ কৰি চোৱাটো বৰ উপাদেয় কাৰ্য্য, কাৰণ তাৰ পৰা নানান মূল্যবান তথ্য ওলাই পৰে; ইয়াৰ দ্বাৰা বহুত পুৰণিকলীয়া ভ্ৰম-বিশ্বাস আৰু ধাৰণা গুচে, আৰু মানুহৰ অৱস্থাৰ বিষয়ে জানিবলৈ এটি সুন্দৰ উপায় ওলায়। তাৰ উদাহৰণ এই 'অৱবোধ' শব্দটো। 'অৱ' পূৰ্ব্বক "ৰুধ্" ধাতুৰ পৰা ইয়াৰ উৎপত্তি, ইয়াৰ আচল অৰ্থ হৈছে বাধোনৰ ভিতৰত সোমোৱাটো। কিন্তু এটি আলঙ্কাৰিক প্ৰণালীত ইয়াৰ অৰ্থ হল বাধোনত সোমোৱা ঠাই। তাৰ পাচত আৰু এপদ অগ্ৰসৰ হোৱাত ইয়াৰ অৰ্থ হল বাধোনৰ ঠাইত থকা বাসীন্দাৰ-সমূহ। যেহেতু আগৰ দিনৰ হিন্দু ৰমণীসকলে আজিকালিৰ হিন্দু তিৰোতাৰ দৰে ইচ্ছামতে ঘূৰা-ফুৰা কৰিব নোৱাৰিছিল, অৱৰোধৰ

অৰ্থ হল অন্তঃপুৰৰ ৰমণীসকল। গোটেই সংস্কৃত নাটকৰ পৰা এই কথাষাৰৰ প্ৰমাণ পোৱা যায়। তথাপি এই দৰে কোৱা মানুহো আছে যে মুছলমানসকলেহে ভাৰতত সৰ্ব্বপ্ৰথম পৰ্দ্দা বা অবৰোধ প্ৰথাৰ অৱতাৰণা কৰে, তেওঁলোকে মুছলমানৰ আক্ৰমণৰ পূৰ্ব্বে অবৰোধ প্ৰথা যে ভাৰতবৰ্ষত আছিল, এই কথাষাৰকে স্বীকাৰ কৰিব নোখোজে।

ৰঘুবংশৰ ৪ৰ্থ সৰ্গৰ ৮১-শ শ্লোকত লৌহিত্য আৰু প্ৰাগ্‌জ্যোতিষৰ উল্লেখ আছে,—'চকম্পে তীৰ্ণলৌহিত্যা তস্মিন্ প্ৰাগ্‌জ্যোতিষেশ্বৰঃ'। টীকাকাৰ মল্লিনাথে লৌহিত্য শব্দটোক স্ত্ৰীলিঙ্গবাচক বুলি ধৰিছে। কিন্তু লৌহিত্যতট-জন্মধাৰী প্ৰাগ্‌জ্যোতিষপুৰ-সন্তৰ আনন্দৰাম বৰুৱাই ভালকৈ জানিছিল যে মহানদ ব্ৰহ্মপুত্ৰ সদাই পুংলিঙ্গবাচকহে। তেওঁ এই শ্লোকটিৰ বিষয়ে যি টীকা দিছিল তাৰ পৰা এইটো ভালকৈ বুজিব পাৰি যে তেওঁ অসমৰ পুৰাবৃত্ত উদ্‌ঘাটনত নিযুক্ত হোৱা হলে অসমক সভ্যজগতে সুন্দৰৰূপে জানিব পাৰিলে হয়। মিঃ বৰুৱাই লিখিছে,—"সাধাৰণ মানুহে লৌহিত্যক লুইত বুলি কয়, আৰু ইয়াৰ দ্বাৰাই অসম উপত্যকাৰ মাজেদি প্ৰবাহিত ব্ৰহ্মপুত্ৰ নৈকে বুজায়। প্ৰবাদ আছে, মাতৃহত্যাৰ পাচত পৰশু-ৰামৰ কুঠাৰ তেওঁৰ হাতত লাগি ৰ'ল, আৰু ব্ৰহ্মকুণ্ডত স্নান কৰিলে পাপমুক্ত হবলৈ তেওঁ উপদেশ লাভ কৰে। পৰশুৰামে ব্ৰহ্মকুণ্ডত স্নান কৰিলে, আৰু উভতি আহোঁতে লগতে ব্ৰহ্মপুত্ৰ নৈখন লৈ আহিল। অসমত এই জনপ্ৰবাদ প্ৰচলিত আছে, আৰু ব্ৰহ্মকুণ্ডত কুঠাৰ-সংলগ্ন শোণিত ধোৱা হোৱাৰ কাৰণে নৈখনিৰ নাম লৌহিত্য হৈছে। বৰ্ত্তমান গুৱাহাটীক প্ৰাগ্‌জ্যোতিষ বোলে, ই ভগদত্ত নৃপতিৰ ৰাজধানী আছিল। মল্লিনাথে ইয়াক এখন ৰাজ্য বুলি কোৱাত ভুল হৈছে, এতিয়াৰ দৰে আগেয়েও ই কামৰূপৰ সৰ্ব্বপ্ৰধান নগৰ আছিল।"

অসমগৌৰৱ আনন্দৰামৰ মুখে অসমৰ পুৰাবৃত্ত বৰ্ণনা শুনি বাস্তৱিকে মন পুলকিত হৈ উঠে।

"সংস্কৃত সহচৰ"ৰ টীকাবোৰত আনন্দৰামৰ বহু মৌলিকতা প্ৰকাশ পাইছে। তেওঁৰ টীকা-টীপ্পনিত চৰ্বিত-চৰ্বণ নাছিল, বা অন্যে অৱলম্বন কৰা পথ তেওঁ অন্ধভাৱে অনুসৰণ নকৰিছিল। নিজে সকৈ যুক্তিতৰ্কেৰে গমি-পিতিকি চাইহে তাক তেওঁ গ্ৰহণ কৰিছিল বা পেলাইছিল। আনন্দৰামৰ এই আত্মসমালোচনাশীল প্ৰবৃত্তি আৰু যুক্তিপ্ৰিয়তা যথাৰ্থতে যে প্ৰশংসনীয়, আৰু এই দুই গুণৰ সংমিশ্ৰণে ভাৰতত সংস্কৃত সাহিত্য অধ্যয়নৰ এটি নতুন যুগ প্ৰবৰ্ত্তন কৰে।

"হিন্দু-হিতৈষিণী" নামে বঙ্গালী পত্ৰিকাত "সংস্কৃত সহচৰ"ৰ সমালোচনা ওলায়। তাত কোৱা হয়,—"সংস্কৃত সহচৰৰ যি উদ্দেশ্য গ্ৰন্থকাৰে স্পষ্টকৈ তাক অৱতৰণিকাতে কৈছে। দেশীয় কৃতবিদ্যসকলে কি প্ৰণালীৰে সংস্কৃত আলোচনা কৰা উচিত তাক দেখুৱাই দিয়াই তেওঁৰ প্ৰধান উদ্দেশ্য।"

"সোমপ্ৰকাশ" পত্ৰিকাত প্ৰকাশ হয়,—"এক গ্ৰন্থখনিত বিমান দূৰ সামঞ্জস্য হব পাৰে তাৰ ত্ৰুটি কোৱা নাই। ইয়াত মেঘদূত, কুমাৰসম্ভৱ, ৰঘুবংশ আৰু ভট্টিকাব্যৰ টীকাকাৰসকলৰ সমালোচনা আছে; ইয়াৰ যুক্তিবিলাক অতি সাৰুৱা আৰু শাস্ত্ৰসিদ্ধ। লেখক এজন প্ৰসিদ্ধ কৃতবিদ্য পুৰুষ। তেওঁ ইউৰোপৰ বিদ্বান সমাজত বিশেষ পৰিচিত। বৰ্ত্তমান গ্ৰন্থখনি অতি উত্তম হৈছে।"

ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই।

BHAVABHUTI AND HIS PLACE IN SANSKRIT LITERATURE With a chronological sketch of the Ramaic drama. 1878

মহাবীৰচৰিতৰ পাতনিত অঙ্গীকাৰ কৰা “ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই” নামে কিতাপখনি ১৮৭৮ চনৰ ফেব্ৰুৱাৰী মাহত প্ৰকাশিত হয়। এইখনি সংস্কৃত সাহিত্য বুৰঞ্জীৰ অন্তৰ্গত এখনি বৰ লাগতিয়াল কিতাপ। এইটো সঁচাই আক্ষেপৰ কথা হৈ আছে যে, ভাৰতীয় পণ্ডিতসকলে সমালোচনা-পদ্ধতি অৱলম্বন কৰি সংস্কৃত সাহিত্যৰ বুৰঞ্জী ৰচনা কৰা নাই, আৰু কোনো প্ৰাচীন কবি বা গ্ৰন্থকাৰৰ বিষয়ে সম্যক্ আলোচনাও কৰা নাই। মোক্ষমূলাৰ, ওৱেবাৰ, ফ্ৰেজাৰ, মেক্‌ডনেল আদি ইউৰোপীয় পণ্ডিতে সংস্কৃত সাহিত্যৰ বুৰঞ্জী লিখিছে, ভাৰতীয় পণ্ডিতে তেতিয়ালৈকে সেই বিভাগত অগ্ৰসৰ হোৱা নাছিল। আনন্দৰাম বৰুৱাই সেই বিভাগৰ ৰচনাৰ পোনতে সূত্ৰপাত কৰে।

আনন্দৰামৰ সকলোবিলাক গ্ৰন্থতকৈ বোধ কৰোঁ ভৱভূতিৰ বিষয়ে এই ৰচনাখনিয়েই সবাতকৈ বেছি মৌলিক। ভৱভূতিৰ কাল, ৰামসম্পৰ্কীয় নাটক, আৰু ভৱভূতিৰ ভাষা আৰু লক্ষণৰ বিষয়ে যি মত মিঃ বৰুৱাই এই গ্ৰন্থত প্ৰকাশ কৰিছে, সেইবোৰ বৰ সাৰুৱা, অন্যান্য গ্ৰন্থকাৰসকলে তাক বৰ আনন্দেৰে নিজৰ প্ৰস্তাবিত উদ্ধৃত কৰি তাক সমৰ্থন কৰে বা তাৰ দ্বাৰাই নিজৰ মত সমৰ্থন কৰায়।

মিঃ বৰুৱাই পোনতে ভৱভূতিৰ ভাষাৰ লক্ষণৰ বিষয়ে আলোচনা কৰে। তেওঁৰ মতে ভৱভূতিয়ে সংস্কৃত ভাষা আৰু সাহিত্যৰ ওপৰত অসাধাৰ অধিকাৰ দেখুৱাই গৈছে; কবিৰ ভাষা উন্নত, কোমল, প্ৰবাহযুক্ত অথচ

সংযত। সেইদেখি কবিৰ সমসাময়িকসকলে তেওঁক বশ্যবাক্ আৰু শ্রীকণ্ঠ আদি উপাধিৰে ভূষিত কৰিছিল। ভৱভূতিৰ ভাষা স্বাভাৱিক, অথচ তেওঁ সেই ভাষা বহু শ্রম আৰু অধ্যৱসায়ৰ বলেৰেহে লিখিবলৈ শিকিছিল। ভৱভূতিয়ে কোনো গ্রন্থ লিখাৰ আগেয়ে বহুদিন সংস্কৃত সাহিত্য মনোযোগেৰে অধ্যয়ন কৰি ডাঙৰ কবি হবলৈ খাউতি কৰিছিল। এই বিষয়ে ইংৰাজী কবি মিল্টনৰ সৈতে ভৱভূতিৰ সাদৃশ্য আছে। বিশেষতঃ ভাষাৰ সৌন্দর্য্যৰ কাৰণে ভৱভূতিৰ গ্রন্থাদি সকলোৱে অধ্যয়ন কৰা উচিত। মিঃ বৰুৱাই এই খিনিতে কয়,—"অতি অচিৰে আমাৰ দেশবাসীসকলে চেক্সপীয়াৰ, বেকন, এডিচন, জনচনতকৈ দেশী ভাষা আৰু দেশী সাহিত্যৰ কাৰণে বেচি যত্ন কৰিব।"

তাৰ পাচত মিঃ বৰুৱাই ভৱভূতিৰ কাল নিৰূপণ কৰিবলৈ চেষ্টা কৰে। তেওঁৰ মতে ভৱভূতি খৃষ্টীয় পঞ্চম শতিকাৰ মানুহ। ইয়াৰ যুক্তিত তেওঁ কয়,—ৰাম সম্পৰ্কীয় সকলো নাটক ভৱভূতিৰ নাটকৰ পাচত লিখা, কাৰণ ভৱভূতিৰ নাটকৰ পৰা অন্যান্য ৰামিক নাটকত টোকা আছে, কিন্তু ভৱভূতি ৰচিত মহাবীৰচৰিত আৰু উত্তৰৰামচৰিত এই দুই ৰামিক নাটকত আনবিলাক ৰামিক নাটকৰ কোনো উল্লেখ বা টোকা নাই। হনুমন্নাটক, প্রসন্নৰাঘৱ, উদাত্তৰাঘৱ, জানকীৰাঘৱ, কৃত্যাৰাৱণ, ৰামাভিনন্দ, ৰামাভ্যুদয়, ৰাঘৱানন্দ, ৰাঘৱ-বিলাস আৰু ছলিতৰাম আদি ৰাম-সম্পৰ্কীয় নাটক ভৱভূতিৰ মহাবীৰচৰিত আৰু উত্তৰৰামচৰিতৰ প্রচুৰ অংশৰ প্রকাৰে ঋণী। সেইদেখি মিঃ বৰুৱাই ভৱভূতিক ৰামিক নাটকৰ আদিগুৰু বুলি ঠাৱৰ কৰিছে। ভৱভূতিৰ বাহিৰে অন্যান্য ৰামিক নাটকৰ পৰা দশৰূপ, সাহিত্যদর্পণ, কাব্যপ্রকাশ আৰু সৰস্বতীকণ্ঠাভৰণ আদি অলঙ্কাৰ-গ্রন্থত টোকা বা উল্লেখ আছে। সেইবোৰৰ পৰা মিঃ বৰুৱাই নানান যুক্তিৰে প্রমাণ কৰিছে যে এইবোৰ ৰামিক নাটক খৃষ্টীয় ষষ্ঠ শতাব্দীৰ পূৰ্ব্বে ৰচিত হব নোৱাৰে। তাৰ উপৰিও ভৱভূতিয়ে মালতী-

মাধৱ নাটকত ভগৱাকী বৌদ্ধ থেৰী বা ভিক্ষুৰমণী—বুদ্ধৰক্ষিতা আৰু অৱলোকিতা—অঙ্কিত কৰিছে। খৃষ্টীয় পঞ্চম শতিকাৰ পাচৰ পৰা ভাৰতত বৌদ্ধধৰ্ম্মৰ অৱনতি হৈ আছে। সেইদেখি সাহিত্যতো কোনো লেখকে বিদ্ৰূপ নকৰাকৈ সমাদৰেৰে বৌদ্ধ চিত্ৰ অঁকা নাই। দণ্ডীৰ দশকুমাৰ-চৰিতত বৌদ্ধধৰ্ম্মাৱলম্বীসকলক যথাসাধ্য বিদ্ৰূপ কৰা হৈছে। বৌদ্ধ প্ৰভাৱত লিখা নাটকত ভৱভূতিয়ে বুদ্ধৰক্ষিতা আৰু অৱলোকিতাৰ ওপৰত এটাও বিদ্ৰূপৰ বাণ নিক্ষেপ কৰা নাই।

তাৰ পাচত মিঃ বৰুৱাই ভৱভূতি কবি কালিদাস আৰু আভিধানিক অমৰসিংহৰ সমসাময়িক হয়নে নহয় সেই বিষয়ে আলোচনা কৰে জনশ্ৰুতি আছে বোলে ভৱভূতিও কালিদাস আৰু অমৰসিংহৰ দৰে ৰজা বিক্ৰমাদিত্যৰ নৱৰত্ন সভাৰ পণ্ডিত আছিল। কিন্তু এই প্ৰবাদ মিছা। মিঃ বৰুৱাই নানা যুক্তিৰে প্ৰমাণ কৰি দেখুৱায় যে কবি ভৱভূতি অমৰ-সিংহৰ পূৰ্ব্ববৰ্ত্তী, কিন্তু কালিদাসৰ পশ্চাৰ্ৱৰ্ত্তী।

এই দৰে ভৱভূতিৰ কাল নিৰ্ণয়ৰ পাচত মিঃ বৰুৱাই কবিৰ তিনিখনি নাটকৰ আলোচনা কৰে, সেই অৰ্থে তেওঁ প্ৰত্যেক নাটকৰে অঙ্ক অঙ্ক কৰি তাৰ সাৰাংশ দি প্ৰত্যেকৰ স্বকীয়া লক্ষণ দেখুৱাই দিছে।

ভৱভূতিৰ মহাবীৰচৰিতত অযোধ্যাৰ সিংহাসন আৰোহণলৈকে শ্ৰীৰামচন্দ্ৰৰ গোটেই জীৱনবৃত্তান্ত বৰ্ণিত হৈছে। ৰামায়ণৰ প্ৰথম ছয় কাণ্ডৰ কথা ইয়াত আছে। ৰাৱণক বধি সীতাক উদ্ধাৰ কৰি সীতা লক্ষ্মণ সহ লঙ্কাৰ পৰা অযোধ্যালৈ শ্ৰীৰামচন্দ্ৰৰ পুষ্পক ৰথত যাত্ৰা বৰ্ণোৱা আছে। সেই ছলতে কালিদাসৰ দৰে কবি ভৱভূতিয়েও প্ৰাচীন ভাৰতবৰ্ষ বৰ্ণোৱাৰ চেষ্টা এৰা নাই। সেইদেখি এই নাটকখনি প্ৰাচীন ভাৰতৰ ভৌগোলিক মীমাংসা কৰাতো বিশেষ লাগতিয়াল। মলয়াচল, বিন্ধ্য, মাল্য, কাবেৰী, নীলগিৰি আদি ঠাইৰ যথাযথ নিৰ্দ্দেশ কৰিবলৈ ইয়াত সহায় পোৱা যায়।

মিঃ বকৰাৰ মতে ভৱভূতিৰ প্ৰথম নাটকখনি এই কাৰণে লাগতিয়াল যে, ইয়াৰ পৰা ভাৰতৰ প্ৰাচীন সামাজিক অৱস্থা, ঘাইকৈ তিৰুতাসকলৰ অৱস্থাৰ বিষয়ে জানিব পাৰি। এতিয়াৰ দৰে তেতিয়াও তিৰুতাসকলৰ স্বকীয়া টোল আছিল. বয়সস্থা মহিলাসকলে বাহিৰৰ আগত মুকলিভাৱে ওলাই সোমাই ফুৰিছিল, এতিয়াৰ দৰে তেতিয়াও নাৰীসমাজ পুৰুষৰ সমকক্ষ নাছিল।

ভৱভূতিৰ দ্বিতীয় ৰামিক নাটক হৈছে উত্তৰৰামচৰিত। ইয়াক মহাবীৰচৰিতৰ উপসংহাৰ বুলিলেও সৰহ কোৱা নহয়। এই নাটকখনিত সীতাৰ বনবাসৰ পৰা আৰম্ভ কৰি বাৰ বছৰৰ পাচত ৰামৰ লগত সীতাৰ পুনৰ্মিলন, আৰু অযোধ্যাৰ সিংহাসনত সপত্নীক ৰামৰ আৰোহণ আদি সকলো বৃত্তান্ত অঙ্কিত হৈছে। বনত থাকোঁতে লৱকুশ নামে সীতাৰ দুটি পুত্ৰসন্তান লাভ, বাল্মীকিৰ ওচৰত লৱকুশৰ ধনুৰ্বিদ্যা শিক্ষা দণ্ড অতি মনোমোহাকৈ নাটকত বৰ্ণিত হৈছে। ভৱভূতিৰ নাটকৰ বিশেষত্ব এই যে, মূল ৰামায়ণৰ আখ্যানত ৰামৰ লগত সীতাৰ মিলন সংঘটিত হোৱা নাই, ৰাম আৰু তেওঁৰ প্ৰজা অমাত্যবৰ্গৰ সন্মুখত সীতা বসুমতীৰ গৰ্ভত প্ৰবেশ কৰে, কিন্তু ভৱভূতিয়ে ৰাম-সীতাৰ পুনৰ্মিলন ঘটাইছে। অযোধ্যাবাসী সীতাৰ সতীত্বৰ বিষয়ে নিশ্চিন্ত আৰু সন্দেহহীন হোৱাত ৰামে অতি আনন্দেৰে সন্তানসহ সীতাক পুনৰ গ্ৰহণ কৰে আৰু উভয়ে মহাসুখে প্ৰজা পালন কৰে।

মিঃ বকৰাৰ মতে এই নাটকখনি বেচি ঘটনাসম্বলিত নহয়, ইয়াক নাট্যক বা অঙ্কীয়া কাব্য বুলিলেহে ঠিক হয়। ই নাট্য সাহিত্যৰ সৰ্বোৎকৃষ্ট গ্ৰন্থৰ শাৰীত সোমাব নোৱাৰে। তথাপি ইয়াৰ ভাষা বৰ মনোহাৰী, ইয়াৰ বিষয় বা আখ্যানভাগ বৰ হৃদয়গ্ৰাহী আৰু চৰিত্ৰবিলাকো ভালকৈ ফুটি ওলাইছে।

ভৱভূতিৰ তৃতীয় নাটক হৈছে মালতীমাধৱ। ইয়াৰ আখ্যানভাগ

কবিৰ নিজৰ কল্পনা-প্ৰসূত। সংস্কৃত সাহিত্যত ভৱভূতিৰ মালতীমাধৱৰ ঠাই অতি ওখ। ইয়াৰ আখ্যানৰ সাৰাংশ এই।—পদ্মাৱতী নগৰৰ ৰজাৰ মন্ত্ৰীৰ কন্যা মালতী। বিদৰ্ভৰজাৰ মন্ত্ৰীৰ পুতেক মাধৱ পদ্মাৱতী নগৰত ছাত্ৰৰূপে থাকোঁতে মালতীৰ প্ৰণয়াকাঙ্ক্ষী হয়। মালতী আৰু মাধৱৰ প্ৰণয়ৰ কাহিনীৰ লগে-লগে মাধৱৰ বন্ধু মকৰন্দ আৰু ৰজাৰ বন্ধু নন্দনৰ ভইনীয়েক মদয়ন্তিকাৰ প্ৰেমচিত্ৰও অঙ্কিত হৈছে। ৰজাৰ ইচ্ছা মালতীয়ে নন্দনক বিয়া কৰায়। ৰজাই এই প্ৰস্তাৱ মালতীৰ পিতাকৰ আগত দাঙি ধৰাত মালতীৰ পিতাকে কয়,—"নিজৰ কন্যাৰ ওপৰত মহাৰাজৰ যথেষ্ট অধিকাৰ আছে।" এই বচনৰ অৰ্থ দুটি ইয়াৰ পৰা ৰজাৰ প্ৰস্তাৱত মন্ত্ৰীৰ সম্মতি অসম্মতি দুয়োকে সোমাব পাৰি। কাপালিক অঘোৰঘণ্ট আৰু কাপালিকী কপালকুণ্ডলাৰ ষড়যন্ত্ৰত মালতী কিছুক্ষণলৈ মাধৱৰ হস্তান্তৰ হয়। মালতী আৰু নন্দনৰ বিবাহৰ আয়োজন চলিব লাগিছে। মাধৱৰ বন্ধু মকৰন্দই চক্ৰান্ত কৰি সকলো আয়োজনৰ উদ্দেশ্য ব্যৰ্থ কৰি দিলে। মকৰন্দই মালতীৰ সাজপাৰ পিন্ধি দৰাৰ লগত মালতীৰূপে বিবাহিতা হল। অৱশেষত বুদ্ধৰক্ষিতা আৰু অৱলোকিতা নামে দুগৰাকী বৌদ্ধ সন্ন্যাসিনীৰ চেষ্টাত মালতী আৰু মাধৱৰ শুভমিলন সম্পন্ন হয়।

মিঃ বৰুৱাৰ মতে মালতীমাধৱ প্ৰকৰণ ভৱভূতিৰ সৰ্ব্বশ্ৰেষ্ঠ নাটক নাটকৰ আদিৰ পৰা অন্তলৈকে যাই তাৰ হৈছে প্ৰণয়, আৰু ভৱভূতিৰ এই প্ৰণয়-অঙ্কন অতি সুনিৰ্ম্মল, বিশুদ্ধ আৰু অশ্লীলতাবৰ্জ্জিত হৈছে। মালতী মাধৱৰ পৰস্পৰ প্ৰণয় বৰ সুপবিত্ৰভাৱে আঁকি দেখুৱা হৈছে। মালতী মাধৱ নাটকত উচ্চবংশৰ মহিলাসকলৰ বিবাহৰ সাজসজ্জাৰ ভাল বৰ্ণন পোৱা যায়। তৰুণী যুৱতীসকলক ধৰি দিয়াৰ যে এটা প্ৰথা দেশত প্ৰচলিত আছিল, এই নাটকৰ পঞ্চম অঙ্কৰ পৰা ভালকৈ জানিব পাৰি।

এই তিনিখন নাটক সুকীয়াকৈ আলোচনা কৰাৰ পাছত মিঃ বৰুৱাই

ভৱভূতিৰ কাব্যৰ লক্ষণবিলাক ভালকৈ বিবৰি কৈছে। ভাষাৰ সৌন্দৰ্য্যৰ কাৰণে ভৱভূতি সংস্কৃত সাহিত্যত অমৰ। তেওঁৰ ভাষাৰ তিনিটা গুণ— বিশুদ্ধতা, প্ৰাঞ্জলতা আৰু তেজস্বিতা। আক্ষেপৰ বিষয় এই যে এই প্ৰতিভাশালী কবিয়ে বোধ কৰোঁ জীৱিতাবস্থাত ইমান সমাদৰ নেপাইছিল। কবিয়ে মালতীমাধৱৰ এঠাইত কবলৈ বাধ্য হৈছিল,—

> যে নাম কেচিদিহ নঃ প্ৰথয়ন্ত্যৱজ্ঞাং
> জানন্তি তে কিমপি তান্ প্ৰতি নৈষ যত্নঃ।
> উৎপৎস্যতেঽস্তি মম কোঽপি সমানধৰ্মা
> কালোহ্যয়ং নিৰৱধিৰ্বিপুলা চ পৃথ্বী ॥

অৰ্থাৎ—যি সকলে মোৰ প্ৰতি অৱজ্ঞা স্থাপন কৰিছে তেওঁলোকে জানে কি? তেওঁলোকৰ কাৰণে মোৰ এই যত্ন নহয়। মোৰে নৈতে সমানগুণৰ মানুহ জাগলৈ কৰবাত ওলাব, বা এতিয়াও কৰবাত আছে,— কাৰণ কাল অনন্ত আৰু জগত অতি বিপুল।

মহাকবিৰ ভৱিষ্যৎবাণী সফল হল। কবিৰ বাঞ্ছিত এই সমানধৰ্মা পুৰুষ আনন্দৰামৰ কলেবৰ লৈ খৃষ্টীয় ঊনবিংশ শতিকাত ভাৰতত জন্মগ্ৰহণ কৰে। আনন্দৰামে যি আবেগপূৰ্ণ ভাষাৰে ভৱভূতি-সম্পৰ্কীয় এই বহুমূলীয়া বচনাৱলি সামৰণি মাৰে তাৰ পৰা এই কথাষাৰ ভালকৈ উপলব্ধি কৰিব পাৰি,—

"মোৰ ওচৰত সংস্কৃতৰ দৰে কোনো ভাষা ইমান প্ৰিয় নহয়। ইয়াৰ ঝঙ্কাৰ আৰু লালিত্যৰ এনে এটি মোহিনী শক্তি আছে যাক ভাষাৰে বৰ্ণাব নোৱাৰি। সকলো ৰকমৰ ভাব সুন্দৰ উপযুক্ত ভাষাৰে বৰ্ণাব পৰা যি শক্তি সংস্কৃতত আছে, সেই শক্তিক জগতৰ আন কোনো ভাষাই চেব পেলাব নোৱাৰে। হৃদয়বিদাৰিণী ভাষাৰে অতি মৰ্ম্মান্তিক দুখ ইয়াত বৰ্ণিত হৈছে, অতি উন্নত তেজস্বী ভাষাৰে অতি সমুন্নত চিত্ৰ আঁকি দেখুৱা হৈছে, আৰু অতি ভয়ঙ্কৰ চিত্ৰ আঁকিও ভয় উদ্ৰেক কৰিব পৰা সম্ভাৱনীয়ে

অঙ্কিত হৈছে। আৰু ভাৰতৰ প্ৰাচীন ভাষাক উন্নত কৰোঁতা আৰু সাহিত্যক চহকী কৰোঁতাসকলৰ ভিতৰত অগ্ৰগামী হৈছে,—আমাৰ কবি বশ্যবাক্ কাশ্যপভট্ট ভবভূতি শ্ৰীকণ্ঠ।"

কাগজ-পত্ৰেও এই কিতাপখনি বিশেষভাৱে প্ৰশংসিত হৈছিল। সুপ্ৰসিদ্ধ কলিকতা গেজেটে এই বুলি কৈছিল,—"মিঃ বৰুৱাৰ এই কিতাপখনি ভবভূতিৰ কাল আৰু নাটকাৱলীৰ বিষয়ে সমালোচনাপূৰ্ণ এখনি গধুৰ তথ্য-থকা গ্ৰন্থ।"

বৰলাট চাহাবৰ প্ৰাইভেট চেক্ৰেটাৰী মিঃ এচ্ চি বেইলী চাহাবে কয়,—"এই কিতাপখনি সংস্কৃত সাহিত্যৰ বুৰঞ্জীৰ অন্তৰ্গত এখনি মনোমোহা গ্ৰন্থ।"

## সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ। বৈশ্লেষণিক, ঐতিহাসিক আৰু আভিধানিক। সংকলনৰ আঁচনি।

**A COMPREHENSIVE GRAMMAR OF THE SANSKRIT LANGUAGE: ANALYTICAL, HISTORICAL AND LEXICOGRAPHICAL. 1881-1889. The plan of compilation.**

মহাত্মা আনন্দৰাম বৰুৱাৰ সংস্কৃত সাহিত্য উপাসনাৰ সৰ্বশ্ৰেষ্ঠ অনুষ্ঠান হৈছে এই বৃহৎ সংস্কৃত ব্যাকৰণৰ ৰচনা আৰু সংকলনৰ আয়োজন, আৰু সেই আয়োজনৰ আংশিকৰূপে কাৰ্য্যত পৰিণতি। আনন্দৰামৰ এটি বৰ অভিলাষ আছিল তেওঁ সংস্কৃত ব্যাকৰণৰ যতদূৰ সম্ভৱপৰ অংশ আছে— ধাতু, শব্দ, লিঙ্গ, প্ৰত্যয়, বিভক্তি, ছন্দ, অলঙ্কাৰ আদি তাৰ প্ৰত্যেকটোৱে

আতিগুৰি মাৰি এখন বৃহৎ ব্যাকৰণ লিখে। এই বিষয়ে সংস্কৃতত মৌলিক গ্ৰন্থ আৰু তাৰ টীকা ব্যাখ্যাৰ অন্ত নাই। ওপৰত কোৱা কোনো এটি বিষয়ে যিমান মূলগ্ৰন্থ আৰু টীকা আছে সেই সকলোবোৰ তুলনামূলক সমালোচনাৰে বিচাৰি, আৰু আজিলৈকে যিবিলাক নতুন তথ্য ওলাইছে তাৰে লৈতে মিলাই, তাৰ সাৰমৰ্ম আৰু শেষ সিদ্ধান্ত আদি পণ্ডিত আৰু শিক্ষাৰ্থীসমাজৰ আগত দাঙি ধৰাই মিঃ বকৰাৰ প্ৰধান উদ্দেশ্য আছিল, কাৰণ তেওঁৰ মতে টীকাকাৰসকলো নিজ নিজ বিভাগত এজন এজন সুপণ্ডিত। সাধাৰণ জ্ঞানপিপাসুসকলৰ পক্ষে কোনো এটি বিষয়ৰ সকলো গ্ৰন্থ সংগ্ৰহ কৰি অধ্যয়ন কৰাটোও অসম্ভৱ। সেইদেখি এই গ্ৰন্থমালাত মিঃ বকৰাই সকলো গ্ৰন্থৰ আভাস দিবৰ থিৰ কৰিলে। সংস্কৃত ভাষাত লিখা সকলো গ্ৰন্থৰ আয়ত্ত হলেহে এনে বৃহৎ অনুষ্ঠান হাতত লব পাৰি, আৰু তাক সম্পাদন কৰোঁতে এটি চাৰিকুৰি বছৰীয়া জীৱনৰ দৰ্কাৰ। তথাপি সংস্কৃত সাহিত্যৰ সাৰ-নিছিগা উপাসক আনন্দৰাম বকৰাই এই আশাতীত কাম হাতত ললে।

মিঃ বকৰাই দেখিলে মাজিষ্ট্ৰেট হেন গুৰু দায়িত্বপূৰ্ণ কাম চলাই তাৰ লগে-লগে এই বৃহৎ ব্যাকৰণ ৰচনাত মন দিলে দুয়ো কাম অসিদ্ধ হব। সেইদেখি মিঃ বকৰাই বন্ধুৰ তাৰকনাথ পালিতৰ লৈতে পৰামৰ্শ কৰি বহৰমপুৰত এটি ঘৰ কিনে, আৰু কিতাপ-পত্ৰ ছপোৱাৰ সুবিধাৰ কাৰণে নিজে এটি সংস্কৃত ছপাখানা কিনে, আৰু তায়েকৰ নাম অনুসৰি সেই ছপাখানাৰ নাম থয় 'মণিৰাম যন্ত্ৰ।' মিঃ বকৰাই ১৮৮১ চনৰ মে মাহৰ-পৰা তিনি মাহৰ অনুগ্ৰহ বিদায় লৈ এই সুবৃহৎ গ্ৰন্থ ৰচনাৰ আয়োজন কৰে। কিন্তু অচিৰে তেওঁৰ এইটো অভিজ্ঞতা হল যে ভাৰতত সংস্কৃতৰ সমুচিত আলোচনা নহয়, বৰং ইউৰোপীয় শিক্ষাকেন্দ্ৰবোৰতহে সংস্কৃতৰ যথাৰ্থ আলোচনা চলিছে, তাত সংস্কৃতৰ প্ৰাচীন গ্ৰন্থাদি যিদৰে পোৱা যায় ভাৰতত সেই দৰে পোৱাটো অসম্ভৱ। সেইদেখি তেওঁ ১৮৮১ চনৰ

নভেম্বৰ মাহৰ পৰা দুবছৰৰ কাৰণে দীঘলীয়া বিদায় লৈ বিলাতলৈ যাবলৈ আয়োজন কৰিলে।

সেই বছৰতে চাৰি পৃষ্ঠা কাগজত তেওঁৰ গোটেই সংকল্পটোৰ সংক্ষিপ্ত বিৱৰণ দি এখনি জাননী ছপাই বন্ধু-বান্ধৱ আৰু পণ্ডিত-মণ্ডলীৰ মাজত বিলাই দিয়ে, আৰু বিসকলে প্ৰস্তাবিত বৃহৎ ব্যাকৰণৰ অগ্ৰিম গ্ৰাহক হব খোজে এই ছলতে তেওঁলোকৰ নাম সংগ্ৰহ কৰে।

মিঃ বৰুৱাই তেওঁৰ চাৰি পৃষ্ঠা ব্যাপী জাননীত প্ৰকাশ কৰে:—

বাৰ খণ্ডত সংস্কৃত ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰিবলৈ আয়োজন কৰা হৈছে। ইয়াৰ উদ্দেশ্য হৈছে ব্যাকৰণৰ নিয়মাৱলী যথাসম্ভৱ সৰল কৰা, সেইবোৰৰ ঐতিহাসিক পৰিবৰ্ত্তন আদি পৰীক্ষা আৰু আলোচনা কৰা, বৰ্ত্তমান আৰু প্ৰাচীন সাহিত্যৰ পৰা তাৰ সম্পূৰ্ণ উদাহৰণ দিয়া, আৰু চাৰিওখনি বেদৰ এটি সম্পূৰ্ণ টীকা আৰু ব্যাখ্যা প্ৰদান কৰা। এই গ্ৰন্থমালা তলত লিখাৰ দৰে বিভক্ত হব।—

১ম আৰু ২য় খণ্ড।—এই প্ৰথম দুই খণ্ড পাতনি স্বৰূপ হব। ইয়াৰ প্ৰত্যেক খণ্ডৰে এহেজাৰ পিঠি হব। অষ্টাধ্যায়ী, বাৰ্ত্তিক, উণাদি, ফিট, লিঙ্গানুশাসন সূত্ৰৰ মূলসহ অনুবাদ আৰু সম্যক্ আলোচনা থাকিব। তাৰ লগে-লগে শিক্ষা আৰু বৈদিক প্ৰতিশাখ্যৰ পৰাও টোকা থাকিব। বেদৰ টীকাকাৰসকলৰ টীকাৰ পৰা টোকা দিয়া হব। পাণিনিৰ সম্বন্ধে সম্যক্ আলোচনা থাকিব। পাতঞ্জলি, বামন আৰু ভট্টোজীদীক্ষিতৰ প্ৰাচীন বৈয়াকৰণিকসকলৰ লগতে আৰু প্ৰয়োজন বুজি আধুনিকসকলৰ লগতে তুলনা হব।

৩য় খণ্ড।—তৃতীয় খণ্ডৰ বিষয় হব বৰ্ণ আৰু তাৰ পৰিবৰ্ত্তন। নানাৰ্থসংগ্ৰহকে পাতনি কৰি ইয়াত অমৰ, হেমচন্দ্ৰ, মেদিনী, বিশ্ব, ত্ৰিকাণ্ডশেষ, হাৰাৱলী, অনেকাৰ্থ, হলায়ুধ আৰু অন্যান্য কোষৰ বিস্তৃত আলোচনা থাকিব। ইয়াৰ বহুলেখৰ প্ৰায় এহেজাৰ পিঠি হব।

৪র্থ—৫ম—৬ষ্ঠ খণ্ড।—এই তিনিখণ্ডত ধাতু, যৌগিক আৰু ব্যুৎপন্ন শব্দৰ আলোচনা থাকিব। প্ৰত্যেক খণ্ড প্ৰায় এহেজাৰ পিঠি হব।

৭ম খণ্ড।—ইয়াৰ বিষয় হব ক্ৰিয়া। ইয়াৰ আকাৰ প্ৰায় এহেজাৰ পিঠি হব। ইয়াত বৰ্ণমালানুসাৰে ধাতুবিলাক থাকিব। পাণিনিৰ ধাতুপাঠ, সটিক নিৰ্ঘণ্ট, আৰু কবিকল্পদ্ৰুমৰ মতে ঐতিহাসিক প্ৰণালীত ধাতুবোধৰ আলোচনা থাকিব।

৮ম খণ্ড।—অষ্টম খণ্ড এহেজাৰ পিঠিৰ হব। ইয়াত সমাস, শব্দৰূপ, আৰু বাক্যবিন্যাস নামে তিনি ভাগ থাকিব।

৯ম খণ্ড।—ইয়াৰ কলেবৰ প্ৰায় পাঁচ-শ পিঠি হব। ইয়াৰ বিষয় হব স্বৰ-প্ৰকৰণ।

১০ম খণ্ড।—ই পাঁচ-শ পিঠীয়া হব। ইয়াৰ বিষয় হব ছন্দ। ইয়াৰ ভূমিকা স্বৰূপে পিঙ্গলসূত্ৰৰ অনুবাদ আৰু আলোচনা থাকিব, আৰু তাৰ লগতে বৈদিক ছন্দৰ বিষয়ে শৌনকৰ মতৰ সমালোচনাও থাকিব। নাৰায়ণভট্টৰ বৃত্তৰত্নাকৰৰ টীকাও ইয়াত সংলগ্ন থাকিব।

১১শ খণ্ড।—ইয়াৰ আকাৰ পাঁচ-শ পিঠি হব। ইয়াত ব্যাখ্যা আদি থাকিব। ই দুই ভাগত প্ৰকাশিত হব—প্ৰথম ভাগ প্ৰথম খণ্ডৰ লগত আৰু দ্বিতীয় ভাগ শেষ খণ্ডৰ লগত।

১২শ খণ্ড।—এই খণ্ডত সমুদায় গ্ৰন্থাৱলীৰ নিৰ্ঘণ্ট বা সূচিপত্ৰ থাকিব। ইয়াৰ আকাৰ দুই হাজাৰ পিঠি হব।

এই এবাৰ-বাৰ হাজাৰ পিঠিৰ বিৰাট গ্ৰন্থাৱলী ৰচনাৰ আয়োজন শুনি জগতৰ পণ্ডিত সমাজ স্তম্ভিত হল। আচাৰ্য্য ভট্ট মোক্ষমূলাৰে এই প্ৰস্তাৱৰ কথা শুনি বিস্মিত হৈ মিঃ বৰুৱালৈ চিঠি লিখিলে,—"মই স্বীকাৰ কৰোঁ আপোনাৰ এই বৃহৎ সংস্কৃত ব্যাকৰণৰ আয়োজন দেখি মই বাস্তবিকে বিস্ময় মানিছোঁ। এই বিৰাট আয়োজন যদি আপুনি আংশিক-

ৰূপেও কাৰ্য্যত পৰিণত কৰিব পাৰে তেন্তে সি এক মহৎ কাম হব। এটা প্ৰকাণ্ড অনুষ্ঠান, ইয়াক সম্পূৰ্ণ কৰিবলৈ এটি দীঘলীয়া জীৱন, দীঘলীয়া ধনৰ যোগান, আৰু দীঘলীয়া ধৈৰ্য্যৰ প্ৰয়োজন।"

এই দীঘলীয়া ধৈৰ্য্য মিঃ বৰুৱাৰ আছিল। নিজৰ সুখ-স্বচ্ছন্দতা জলাঞ্জলি দি মিঃ বৰুৱাই এটি দীঘলীয়া যোগানও সাজি লৈছিল। কিন্তু কালৰ লীলা তেওঁ দীঘলীয়া জীৱনৰ অধিকাৰী হব নোৱাৰিলে। এই হবে কঁহিয়াই বাৰ হাজাৰ পিঠিত সংস্কৃত ভাষাৰ সকলো আদ্যোপান্ত লিখিবৰ কাৰণে সংস্কৃত ভাষাৰ ব্যাকৰণহে সম্ভব আছিল; আৰু সেই হবে তাৰ সম্যক্ আলোচনা কৰি বিশ্বকোষ গ্ৰন্থ ৰচনা কৰিবলৈ মিঃ বৰুৱাৰ প্ৰতিভাহে উপযুক্ত আছিল।

মিঃ বৰুৱাই এটি অভিনৱ প্ৰণালীৰে এই গ্ৰন্থাৱলীৰ দাম নিৰ্দ্ধাৰিত কৰে। যিমান পিঠিৰ গ্ৰন্থ প্ৰকাশ হওক, অগ্ৰিম গ্ৰাহকসকলে এশ পিঠিত এটকা বাৰ আনা হিচাবে পাব। অৱশ্যে অন্তৰ কাৰণে দাম সুকীয়া নিৰ্দ্ধাৰিত হৈছিল।

মিঃ বৰুৱাই ঠিৰাং কৰি জাননীত প্ৰকাশ কৰে যে এই ব্যাকৰণ গ্ৰন্থাৱলীৰ প্ৰথম খণ্ড অৰ্থাৎ ছন্দৰ গ্ৰন্থখনি সৰ্ব্বপ্ৰথম ওলাব।

সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ। দশম খণ্ড, ছন্দঃ।

A COMPREHENSIVE GRAMMAR OF THE SANSKRIT LANGUAGE: VOLUME X, PROSODY. With a prefatory translation and examination of Pingala Sutras, and the prosodical parts of the Shaunaka Rik Pratishakhya, and supplementary edition of Agneya-chandas-sara and Kedara Bhatta's Vritta-ratnakara, with Narayana Bhatta's commentary, containing a succint account of Prakrita Prosody and full discussion of Metrical problems 1882.

আনন্দৰাম বৰুৱাৰ প্ৰস্তাবিত বৃহৎ সংস্কৃত ব্যাকৰণ গ্ৰন্থাৱলীৰ দশম খণ্ড ১৮৮২ চনৰ অক্টোবৰ মাহত মণিৰাম যন্ত্ৰৰ পৰা ছপা হৈ ওলায়। হাতত সকলো উপাদান মজুত থকাত মিঃ বৰুৱাই নিজৰ ব্যাকৰণ গ্ৰন্থ-মালাৰ ভিতৰত ছন্দঃ শাস্ত্ৰৰ বিষয়ে এই খণ্ডকে সৰ্বপ্ৰথমে প্ৰকাশ কৰে। দশম খণ্ড গ্ৰন্থ প্ৰথমে ওলোৱাত মানুহে স্তম্ভিত হৈছিল, কিন্তু বৰুৱাৰ ধাৰণা আছিল সেই গ্ৰন্থমালাৰ সকলো এক বাণতে উলিয়াব পাৰিব, যাৰ খণ্ড প্ৰকাশ হৈ ওলালে সকলো কথা বুজিব যাব। দুৰ্ভাগ্যবশতঃ, মিঃ বৰুৱাই মাথোন দশম আৰু তৃতীয় খণ্ডকেহে প্ৰকাশ কৰি থৈ যাব পাৰিলে।

দশম খণ্ডৰ বিষয় হৈছে ছন্দ। এই গ্ৰন্থত ইংৰাজী ভাষাত সৰ্ববিধ সংস্কৃত ছন্দৰ বিৱৰণ আৰু উদাহৰণ দিয়া হৈছে। ইংৰাজী পাঠকসকলৰ কাৰণে সংস্কৃত ছন্দৰ বিষয়ে জ্ঞান লভিবলৈ ইয়াতকৈ আৰু মূল্যবান গ্ৰন্থ নাই।

আনন্দৰাম বৰুৱাই সকলো ছন্দঃ শাস্ত্ৰৰ পৰা কথা বুটলিয়াই তাৰ

সাৰাংশ লৈ এই গ্ৰন্থ লিখিছিল। মূল গ্ৰন্থৰ লগত যাতে পাঠকসকলৰ পোনপটীয়া চিনাকী হয় তাৰ কাৰণে এই গ্ৰন্থৰে লগতে ছন্দঃ প্ৰকৰণৰ বিষয়ে প্ৰাচীন গ্ৰন্থকাৰৰ গ্ৰন্থাদিও সন্নিবিষ্ট কৰি দিছিল। পুথিৰ পাতনিত পিঙ্গল সূত্ৰ আৰু শৌনকৰ ঋক্প্ৰতিশাখ্যৰ ছন্দঃ ভাগৰ অনুবাদ আৰু সমালোচনা দিয়া হৈছে; আৰু কিতাপৰ অন্তত আগ্নেয় ছন্দঃসাৰ, কেদাৰ ভট্টৰ বৃত্তৰত্নাকৰ, আৰু প্ৰাকৃত ছন্দৰ বিষয়ে বিবৰণ থকা নাৰায়ণ ভট্টৰ টীকাও সন্নিবেশিত হৈছে। মিঃ বৰুৱাৰ এই কিতাপখনিত সংস্কৃত ছন্দৰ আদ্যোপান্ত আলোচনা আছে। অসমীয়াৰ সংস্কৃত চৰ্চ্চাৰ গৌৰৱৰ মণি স্বৰ্গীয় মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্য কবিৰত্ন ডাঙৰীয়াৰ "বৃত্ত-মঞ্জৰী"ৰ বাহিৰে কোনো গ্ৰন্থত সকলো সংস্কৃত ছন্দৰ এনে বিবৰণ, উদাহৰণ আৰু আলোচনা নাই।

মিঃ বৰুৱাৰ মতে ছন্দঃপ্ৰকৰণ সংস্কৃত ব্যাকৰণৰ এটি অতি সৰল আৰু লাগতিয়াল বিভাগ। সংস্কৃত পঢ়াৰ ভাল অভ্যাস নেথাকিলে কোন অংশ পদ্য আৰু কোন অংশ গদ্য আৰু ক'ত ছন্দঃ বিভ্ৰাট ঘটিছে সহজে ভাৰ ধৰিব নোৱাৰি। সংস্কৃত পুথিবিলাকত চিহ্ন আৰু মাত্ৰা আদি নথকাত, একে-লেঠাৰীয়ে গদ্য আৰু পদ্য লিখিত হোৱাত, গদ্যৰ পৰা পদ্য বা পদ্যৰ পৰা গদ্য বাচি উলিয়াবলৈ টান হৈ পৰে। প্ৰাচীন পুথি আদি নকল কৰোঁতে লিখকসকলে প্ৰায় ভুল কৰে। কিন্তু ছন্দঃশাস্ত্ৰৰ জ্ঞান থাকিলে অতি সুকলমে পদ্য আৰু গদ্য বাচি উলিয়াব পাৰি, আৰু ছন্দৰ বান্ধনি মতে ক'ত গুৰু, লঘু, যুক্তবৰ্ণ আৰু অযুক্তবৰ্ণ হব তাক জনাত অনায়াসে ভুল-ভ্ৰান্তি চকুত পৰি যায়।

বৈদিক সাহিত্যৰ কাৰণে ছন্দ আলোচনা আৰু বেচি লাগতিয়াল, ঋগ্বেদৰ পদ্য অংশ বাচি উলিওৱাত ই আমাৰ একমাত্ৰ অৱলম্বন। বৈদিক ছন্দ আলোচনা কৰোঁতাসকলে বাখোন ছন্দৰ নাম, আৰু তাৰ অক্ষৰৰ সংখ্যা বাখোন উল্লেখ কৰে, কিন্তু তাত যে বহুত বৈষম্য আছে

তাক তেওঁবিলাকে নেদেখুৱায়। প্ৰকৃতপক্ষে কবলৈ গলে বৈদিক পদ্য আৰু বৈদিক গদ্যৰ ইমান সাদৃশ্য যে ছন্দঃ শাস্ত্ৰত বিচক্ষণ জ্ঞান নেথাকিলে তাক বাচি উলিওৱা টান।

প্ৰাচীন কবিসকলৰ কাব্যতো নানা ঠাইত ছন্দৰ বিভ্ৰাট ঘটিছে,—নিয়মিত আৰু অনিয়মিত ছন্দৰ পাৰ্থক্য কোনেও দেখুৱাই যাব পৰা নাই। সেইবোৰ দেখি নতুন শিক্ষাৰ্থীসকল বৰ স্তম্ভিত হয়।

মিঃ বৰুৱাই এই দুই অভাব গুচাবৰ কাৰণে বৈদিক ছন্দ আৰু প্ৰাচীন কাব্যৰ ছন্দঃ-প্ৰণালী উক্ত আৰু পৰিষ্কাৰ ভাৱে এই গ্ৰন্থত আলোচনা কৰিছে। ছন্দঃ শাস্ত্ৰৰ বিষয়ে ভাৰতত প্ৰচলিত কিতাপ কিখন হৈছে শ্ৰুতবোধ, বৃত্তৰত্নাকৰ আৰু ছন্দোমঞ্জৰী। মিঃ বৰুৱাই নিজৰ গ্ৰন্থত এইবোৰ গ্ৰন্থৰ সাৰ অংশৰ পৰা টোকা বা তাৰ ভাঙনি দিছে।

আনন্দৰাম বৰুৱাই গ্ৰন্থৰ প্ৰাৰম্ভত ছন্দ, বৃত্ত, অপছন্দ, জাতি, মাত্ৰাচ্ছন্দ, অক্ষৰচ্ছন্দ, দ্ৰুত, মধ্য, বিলম্বিত, পাদ, সমবৃত্ত, বিষমবৃত্ত, ভগ্নচ্ছন্দ, ভগ্নযতি, অক্ষৰ, গুৰু, লঘু আদি ছান্দসিক পৰিভাষাৰ ব্যাখ্যা আৰু আলোচনা কৰাৰ পাচত সংস্কৃত ছন্দৰ লক্ষণ আৰু প্ৰকৃতি বৰ্ণনা কৰে। তাৰ পাচত গায়ত্ৰী, জগতী, অনুষ্টুপ আদি ১২৮টি বৈদিক ছন্দৰ নাম উল্লেখ কৰি তাৰ অক্ষৰৰ মাত্ৰা দেখুৱাই দিয়ে। পাচে সেইবোৰ বৈদিক ছন্দৰ লক্ষণ আৰু উদাহৰণ দিয়ে।

বৈদিক ছন্দৰ আলোচনা সমাপ্ত হোৱাত প্ৰাচীন কাব্যাৱলীত প্ৰচলিত সংস্কৃত ছন্দবোৰৰ নাম, অক্ষৰ সংখ্যা আৰু লক্ষণ আলোচনা কৰে। মিঃ বৰুৱাই উল্লেখ কৰা ছন্দবোৰৰ ভিতৰত তলত দিয়া ছন্দবোৰ সংস্কৃত কাব্য-পাঠক মাত্ৰকে বিশেষ পৰিচিত;—সোমৰাজী, মধুমতী, মদলেখা, চূড়ামণি, বিদ্যুন্মালা, গজগতি, ভুজগশিশুভৃতা, চম্পকমালা, মত্তভাষিণী, মনোৰমা, দীপকমালা, ইন্দ্ৰবজ্ৰা, উপজাতি, শালিনী, ভ্ৰমৰ-বিলাসিতা, শিখণ্ডিত, ভুজঙ্গপ্ৰয়াত, ললনা, মণিমালা, কুসুম-বিচিত্ৰা, বাহিনী, প্ৰিয়-

বদা, ললিতা, প্ৰহৰ্ষিণী, কনকপ্ৰভা, মত্তময়ূৰ, চণ্ডী, গৌৰী, চন্দ্ৰলেখা, মঞ্জুহাসিনী, বসন্ততিলক, প্ৰমদা, অপৰাজিত, কুটিলা, সুপবিত্ৰা, বৰ-সুন্দৰী, ইন্দুবদন, বাসন্তী, লক্ষ্মী, কুমাৰী, মালিনী, চিত্ৰা, চন্দ্ৰক্ৰান্তা, নলিনী, বৰযুৱতী, শৈলশিখা, ৰাগিণী, মদনললিতা, মণিকল্পলতা, মন্দা-ক্ৰান্তা, শিখৰিণী, হৰিণী, অতিশয়িনী, চিত্ৰলেখা, সুধা, নন্দন, লালস-লতা, শাৰ্দ্দূলবিক্ৰীড়িত, সুমধুৰা, মণিমঞ্জৰী, সুবদনা, গীতিকা, মত্তক্ৰীড়া আৰু ভুজঙ্গবিজৃম্ভিত। মিঃ বৰুৱাই এইবোৰৰ বহলকৈ আলোচনা কৰি প্ৰত্যেকৰে উদাহৰণ দিয়ে।

ইয়াৰ পাচত অনিয়মিত ছন্দ আৰু মিত্ৰাক্ষৰ আদিৰ বিষয়ে মিঃ বৰুৱাই আলোচনা কৰে। গ্ৰন্থৰ শেহত আগ্নেয় ছন্দঃসাৰ আৰু সটীক বৃত্তৰত্নাকৰ ছপা কৰি দিয়ে, একেবাৰে শেহত স্বৰচিত সংক্ষিপ্ত টীকা আদি মিঃ বৰুৱাই সংযুক্ত কৰি দিয়ে।

**সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ। তৃতীয় খণ্ড, বৰ্ণ আৰু তাৰ পৰিবৰ্ত্তন। প্ৰথম ভাগ, নানাৰ্থসংগ্ৰহ।**

A COMPREHENSIVE GRAMMAR OF THE SANSKRIT LANGUAGE: VOLUME III, LETTERS AND THEIR CHANGES. Part I, Nanartha Somgraha. 1884

বৃহৎ সংস্কৃত ব্যাকৰণৰ তৃতীয় খণ্ডত মিঃ বৰুৱাই বৰ্ণ আৰু তাৰ পৰিবৰ্ত্তনৰ বিষয়ে আলোচনা কৰিবলৈ ওলায়। তৃতীয় খণ্ডৰ প্ৰথম ভাগত আভিধানিক কোষকাৰসকলৰ পৰা নানাৰ্থ অধ্যায় সংগ্ৰহ কৰি একেলগে প্ৰকাশ কৰে।

'ন'নাৰ্থসংগ্ৰহ' গ্ৰন্থখনিৰ মূল ভাগৰ আহিলা-পাতি বিলাতত থকা কালতে মিঃ বকৰাই সংগ্ৰহ কৰে। তাৰ ইণ্ডীয়া অফিচ, ব্ৰিটিচ মিউ-জীয়াম, অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ বডেলিয়ান লাইব্ৰেৰীত থকা প্ৰাচীন সংস্কৃত গ্ৰন্থকাৰসকলৰ সকলো গ্ৰন্থ তেওঁ অধ্যয়ন কৰে, আৰু তাৰে কিছুমান নকল কৰি ভাৰতবৰ্ষলৈ লৈ আহে। এই কামত সহায় কৰিবৰ কাৰণে তেওঁ এজন ইংলণ্ডীয় কেৰাণীও নিযুক্ত কৰে।

সংস্কৃত ভাষা অভিধান আৰু কোষ আদিৰে ভৰপূৰ। কি[illegible]নচেবেক কোষকাৰে নিজৰ গ্ৰন্থত নতুন শব্দৰ অৰ্থ দিব নোৱাৰি আগৰ পূৰ্ববৰ্তী কোষকাৰসকলৰ ব্যাখ্যাকে হুবহু তুলি দিছে। তাৰ উপৰি প্ৰাচীন নকলনবীচসকলৰ অজ্ঞতাত ঠায়ে-ঠায়ে বৰ্ণাশুদ্ধি হোৱাত বিষম অৰ্থ-বিভ্ৰাট ঘটিছে।

প্ৰত্যেক সংস্কৃত কোষকাৰে নিজৰ অভিধানৰ একাংশত নানাৰ্থ প্ৰকৰণ দিছে, অৰ্থাৎ, একেটি শব্দ যি নানান অৰ্থত ব্যৱহৃত হয় সেই সকলোবোৰৰে উল্লেখ আৰু উদাহৰণ দিছে; যথা, অমৰকোষ মতে 'মাতঙ্গ' শব্দৰ অৰ্থ হৈছে হাতী আৰু চণ্ডাল, 'নীলকণ্ঠ' শব্দৰ নানাৰ্থ হৈছে মহাদেৱ, মঁৰা আৰু ডাক চৰাই। কিন্তু কোনোখন নানাৰ্থও একেবাৰে সম্পূৰ্ণ নহয়। যি কিখন নানাৰ্থ পণ্ডিত সমাজত প্ৰচলিত আছে তাৰ কোনোখনত হয়তো কিছুমান শব্দ আছে সেই শব্দ আন কেইখনমানত নাই; কোনোত হয়তো এটা শব্দৰ দুটা কি তিনিটা অৰ্থ আছে, আনবোৰত হয়তো অন্য ৰকমে আছে; সেইদেখি নানাৰ্থ শিকিবলৈ গলে সংস্কৃত শিক্ষাৰ্থীসকলে অনাহকত পৰিশ্ৰম কৰি সকলো অভিধানতে থকা নানাৰ্থ কোষ মুখস্থ কৰিব লাগে; বিশেষতঃ, সকলো কোষৰ শব্দৰ শ্ৰেণীবিভাগ একে প্ৰণালীত নহয়। কোনো কোষকাৰে শব্দবোৰ বৰ্ণানুক্ৰমে ভাগ কৰিছে, কোনোৱে শেষ আখৰ লৈ কৰিছে।

মিঃ বকৰাই নিজৰ নানাৰ্থসংগ্ৰহ গ্ৰন্থত উক্ত দোষ আৰু অভাববোৰ

গুচাবলৈ যত্ন কৰিছে। তেওঁ সকলো নানাৰ্থ শব্দ বৰ্ণানুক্ৰমে পাতি লৈছে। যি কোষতে কোনো এটি শব্দৰ সৰ্ব্বোৎকৃষ্ট আৰু মনে-ধৰা নানাৰ্থ আছে মিঃ বৰুৱাই পোনতে সেই কোষৰ পৰা টোকা তুলি দিছে। তাৰ পাচত অন্য কোনো কোষত যদি কিবা লাগতিয়াল পাৰ্থক্য আছে বা আৰু অৰ্থ আছে মিঃ বৰুৱাই সেই কোষবিলাকৰ নাম উল্লেখ কৰি তাকো তুলি দিছে। যথা 'অপবাদ' শব্দটিৰ সৰ্ব্বোৎকৃষ্ট নানাৰ্থ আছে বিশ্বপ্ৰকাশ আৰু মেদিনিকাৰৰ কোষত, কিন্তু অমৰসিংহ আৰু হেমচন্দ্ৰৰ কোষত অলপ পাৰ্থক্য আছে। বিশ্বপ্ৰকাশ আৰু মেদিনিকোষত লিখা আছে 'অপবাদ' অৰ্থ নিন্দা, আজ্ঞা আৰু বিশ্ৰম্ভ; অমৰকোষৰ মতে নিন্দা আৰু আজ্ঞা হেমচন্দ্ৰৰ মতে নিৰ্দ্দেশ, নিন্দা আৰু বিশ্ৰম্ভ। গতিকে মিঃ বৰুৱাই অপবাদৰ নানাৰ্থ লিখোঁতে এই চাৰিওখন কোষৰে পৰা বাক্য তুলি দিছে। এই দৰে শব্দ আৰু নানাৰ্থ কোষ বিলাই তাৰ অৰ্থ আৰু পাৰ্থক্য লিখিবলৈ যাওঁতে মিঃ বৰুৱাৰ কিমান পৰিশ্ৰম হৈছিল তাক সহজে অনুমান কৰিব পাৰি।

যি কিখন নানাৰ্থ কোষৰ সহায় লৈ মিঃ বৰুৱাই এই নানাৰ্থ-সংগ্ৰহ সংকলন কৰে তাৰ প্ৰধান হৈছে,—অমৰসিংহৰ নামলিঙ্গানুশাসনৰ নানাৰ্থ বৰ্গ, মহেশ্বৰৰ বিশ্বপ্ৰকাশ, হেমচন্দ্ৰৰ অনেকাৰ্থসংগ্ৰহ, হলায়ুধৰ অভিধান ৰত্নমালাৰ অনেকাৰ্থকাণ্ড, পুৰুষোত্তমদেৱৰ ত্ৰিকাণ্ড শেষৰ নানাৰ্থ বৰ্গ, হাৰাৱলীৰ নানাৰ্থ, মেদিনিকাৰৰ নানাৰ্থ শব্দকোষ, মহাক্ষপকৰ অনেকাৰ্থ তিলক মঞ্জৰী, যাস্কৰ নিৰ্ঘণ্টু, শাশ্বত একাক্ষৰ আৰু অব্যয়কোষ। মিঃ বৰুৱাই এই বাৰখন নানাৰ্থকোষৰ এখনি-এখনিকৈ সমালোচনা পাতনিত দিছে। মিঃ বৰুৱাৰ মতে বিশ্ব, হেম আৰু মেদিনি অতি বহুমূলীয়া আৰু সম্পূৰ্ণ।

শব্দসমূহৰ নানাৰ্থ অধ্যয়ন কৰা বৰ উপকাৰক। তাৰ পৰা কোনো জাতিৰ ভাবৰ পৰিবৰ্ত্তনৰ নানান অৱস্থা জানিব পাৰি। এটা শব্দৰ

কেনেকৈ নানান অৰ্থ হল, কিয় হল আৰু কেতিয়া হ'ল ইয়াৰ আলোচনা বাস্তৱিকে বৰ উপাদেয়। যথা, আমাৰ অসমীয়া 'সহজ' শব্দটিৰ দুটা অৰ্থ,—অভ্যাস আৰু উজু। এই দুই শব্দৰ ভাবাৰ্থলৈ যদি আমি চাওঁ তেন্তে তাৰ পৰা আমি এই দৰে ঠিৰাং কৰিব পাৰোঁ যে অভ্যাসৰ ফলতে কোনো কাম উজু হয়, অৰ্থাৎ সহজে সহজ কৰে। সেইদৰে সংস্কৃত 'মুগ্ধবোধ' শব্দটো।

পুথি নকল কৰোঁতাসকলে এই শব্দাৰ্থ লিখোঁতে বৰ ভুল কৰে। সেই ভুল অনুসৰণ কৰোঁতে প্ৰাচীন কোষকাৰসকল বৰ জটিল সমস্যাত পৰা দেখা যায়। মেদিনিকোষত 'পাৱন' আৰু 'পাচন' এই দুটা শব্দৰ নানাৰ্থ দিয়া আছে, কিন্তু বিশ্ব আৰু হেমচন্দ্ৰত মাথোন 'পাৱন'হে আছে। ইয়াৰ নিমিত্তে পাচনলৈ মহাবিভ্ৰাট হৈছে গৈ। পাচন এটি নিদানিক শব্দ, ইয়াৰ অৰ্থ দশমূলাদি। কোষকাৰসকলে পাচনৰ অৰ্থ কৰিছে পাচয়িতৃ অৰ্থাৎ পাচক, অগ্নি, হৰিতকী আৰু প্ৰায়শ্চিত্ত। ইয়াত অগ্নি আৰু প্ৰায়শ্চিত্ত এই দুই অৰ্থ 'পাচন' শব্দৰ কাচিত্তো হব নোৱাৰে, সেই অৰ্থ 'পাৱন' শব্দৰ হব পাৰে। 'পাচন' শব্দৰ যে এনে অৰ্থবিভ্ৰাট ঘটিছে ই নিশ্চয় নকল কৰোঁতাসকলৰ ভুলৰ কাৰণে। মিঃ বৰুৱাই কয়—"প্ৰধান শিক্ষাকেন্দ্ৰবোৰত একেবাৰে সংস্কৃত নজনা মানুহে পুথি নকল কৰে। বাৰাণসীত একেবাৰে অজ্ঞ মানুহে নকল কৰা কাম হাতত লয়, —আৰু মহলীয়া শ্ৰেণীৰ পণ্ডিত এজনক কোনো পুথি নকল কৰিবলৈ অনুৰোধ কৰিলে তেওঁ অপমানিত যেন বিবেচনা কৰে। তথাচ যদি কোনো পণ্ডিতে কেতিয়াবা নকল কৰেও, তাতো সাধাৰণ নকল-নবীচৰ দৰে বাবে-পাচি ভুল থাকে।"

নানাৰ্থ সংগ্ৰহ সংকলনত মিঃ বৰুৱাই নিজৰ পণ্ডিত সভাৰ পৰাও সহায় পাইছিল। তথাপি নিজৰ যে অশেষ সময় আৰু পৰিশ্ৰম খৰছ হৈছিল তাৰ বিষয়ে তেওঁ নিজে স্বীকাৰ কৰিছে যে তাৰ দ্বাৰা যদি তেওঁ

জ্ঞানৰ ৰাজ্য বিস্তাৰ কৰিব পাৰে, আৰু দেশবাসীৰ সন্মুখত এখনি নতুন কাৰ্য্যক্ষেত্ৰ দাঙি ধৰিব পাৰে তেনেহলেই তেওঁৰ এই ভীষণ পৰিশ্ৰম সাৰ্থক হব। এই গ্ৰন্থ সংকলন কৰোঁতে মিঃ বৰুৱাই বিলাতৰ মিঃ বেণ্ডেল, মিঃ নিকোলছন আৰু ডাক্তৰ ৰেইনল্ড ৰোষ্টৰ বিশেষ সহায় পাইছিল। ইয়াৰ সুদীৰ্ঘ পাতনি তেওঁ ১৮৮৩ চনৰ জুন মাহৰ ৬ তাৰিখে লণ্ডন মহানগৰীত সমাপ্ত কৰে।

আনন্দৰাম বৰুৱাই তৃতীয় খণ্ডৰ পাতনিত ভাষাবিজ্ঞানৰ বিষয়ে যি কিয়াবাৰ কথা লিখিছে সি বৰ লাগতিয়াল আৰু সাকৰা, তাৰ মৰ্ম তলত দিয়া হল। মিঃ বৰুৱাই কয়,—"তৃতীয় খণ্ডত মই অক্ষৰ আৰু তাৰ পৰিবৰ্ত্তনৰ বিষয়ে আলোচনা কৰিব খুজিছোঁ। বিজ্ঞান অনুশীলন কৰোঁতা জনৰ কাৰণে ইয়াতকৈ আৰু উন্নত বিষয় নাই, ভাষাবিজ্ঞা- আলোচনা কৰোঁতাজনৰ কাৰণেও ইয়াতকৈ আৰু উপাদেয় বিষয় নাই মানৱ জাতিয়ে বৰ্ত্তমান কালত জড় আৰু শক্তিৰ ওপৰত যি বিপুল প্ৰভাৱ বিস্তাৰ কৰিছে সি দিনৌ ক্ৰমান্বয়ে বাঢ়ি আহিছে। ইয়াৰ মূল কাৰণ হৈছে আমি চিন্তা আৰু ভাবৰাজ্যৰ সবাতকৈ অলৌকিক স্তৰ মেলিব পাৰিছোঁ, তাৰ দ্বাৰা আমি আমাৰ পূৰ্ব্বপুৰুষসকলৰ পৰিশ্ৰমৰ ফলাফল কামত লগাব পাৰিছোঁ, আৰু আমাৰ জ্ঞানসমষ্টিক সম্পূৰ্ণ আৰু তন্ন ভাবে পৰীক্ষা কৰি সঞ্চিত কৰিব পাৰিছোঁ। আমি এই অমূল্য সুবিধা পোৱাৰ গতিকেই অন্যান্য প্ৰাণীৰ পৰা সুদূৰত উচ্চ আসন লাভ কৰিছোঁ, আৰু এই বহুমূলীয়া সুযোগৰ কাৰণেই আমাৰ সমাজবিধান বৰ্দ্ধিত হৈছে আৰু সেই সমাজবিধানে আধ্যাত্মিকতা লাভ কৰিছে, আৰু ঈশ্বৰৰ চৰণ স্পৰ্শ কৰিছে। অতি সভ্যদেশত এই ভাষাই আমাৰ নিয়তি নিৰূপণ কৰে আৰু কৰ্মপ্ৰবাহৰ সোঁত নিৰ্দ্ধাৰিত কৰে। ভাষা বস্তুটোনো কি, কেনেকৈ বদলিছে বা বাঢ়িছে ইত্যাদি বিষয়ে স্বাভাৱিকতে মানুহৰ অতিশয় কৌতুহল জন্মে, আৰু অতিচাৰ জড়বাদী সকলোৰে সহানুভূতি আকৰ্ষণ কৰে।

"পাশ্চাত্য পণ্ডিতসকল বিশেষ ধন্যবাদৰ পাত্ৰ, তেওঁলোকৰ পৰিশ্ৰমৰ ফলত এই জ্ঞানগৰ্ভ বিষয়বোৰৰ মীমাংসা লাভত বিশেষ উন্নতি ঘটিছে। সুদূৰস্থিত জাতিবৃন্দৰ মাজতো সিবিলাকৰ ভিতৰত ৰূপ, ধ্বনি বা ভাষা আৰু নিয়ম-আচাৰৰ পাৰ্থক্য থকা সত্ত্বেও আমি সাদৃশ্য লক্ষ্য কৰিছোঁ, আৰু মানৱ জাতিৰ সভ্যতাৰ বিভিন্ন যুগত বিভিন্ন অৱস্থাবো আমি সন্ধেদ পাইছোঁ। কিন্তু আমি এতিয়াও ভাষাবিজ্ঞানৰ প্ৰকাণ্ড বাহুৰৰ ভুৰ'বদলিকে চেৰাৰ পৰা নাই, এনে কি ইয়াৰ আকাৰ-প্ৰকৃতি কেনে আৰু ইয়াত কি কি ভিন্ন শ্ৰেণীৰ বাহানি আছে তাৰ এটি মোটামুটি আভাসকে আমি পাব পৰা নাই। আমি দেখিছোঁ সংস্কৃতৰ '[illegible]', হিন্দুস্থানী 'লগনা' আৰু লেটিন 'লিগ' এই তিনি শব্দ একে। কিন্তু এই 'লগ'নো কি? কি কি পৰিবৰ্ত্তনৰ মাজেদি পাৰ হৈ ইয়াৰ অৰ্থ আৰু আকাৰৰ এনে ঐক্য হৈছেহি? এনেধৰৰ প্ৰশ্নৰ এতিয়াও অকণো মীমাংসা লাভ কৰা নাই, আৰু সেই মীমাংসা লাভৰ অভাৱৰ স্বৰূপে যি সত্য ইয়াৰ তলিত নিহিত আছে আমি তাৰ পৰাও আঁতৰত আছোঁ।

"সহজতে সুধিব পাৰে, এইবোৰ মীমাংসা আৰু আলোচনাৰ পৰা লাভ কি? আমি কিবা সঠিক সিদ্ধান্তত উপনীত হ'ব পাৰোঁনে নোৱাৰোঁ, আৰু পাৰিলেও সেইবোৰৰ আবিষ্কাৰৰ দ্বাৰা আমি উপকৃত হমনে? প্ৰথম আপত্তিৰ উত্তৰত মই ইয়াকে কওঁ যে কোনো এটি কথাৰ বিষয়ে লেতাৰি-নিচিন্তি মত দিয়া উচিত নহয়। যদি এই ক্ষেত্ৰত কাম কৰোঁতা-সকলে এই বিষয়ে এই পৰিস্থিতে অকৃতকাৰ্য্য হৈছে ইয়াৰ আংশিক কাৰণ হৈছে তেওঁলোকৰ হাতত সম্পূৰ্ণ সকল নাই; দ্বিতীয়তঃ, তেওঁলোকে নিজৰ কল্পনাৰ দ্বাৰা সুদীৰ্ঘ ব্যৱধানবিলাক পূৰণ কৰিবলৈ চেষ্টা কৰে। তেওঁলোকৰ ভুলভ্ৰান্তি দেখি আমি সতৰ্ক হোৱা উচিত, আৰু কল্পনা এৰি প্ৰমাণমূলক কথাৰ পৰা আমি সত্য গ্ৰহণ কৰা উচিত। সত্য

আবিষ্কাৰ কৰা ইমান উজু নহয়, কিন্তু একান্তচিতীয়া অনুসন্ধানকাৰী-সকলেও সৌভাগ্যবন্ত আবিষ্কাৰকৰ দৰে সহানুভূতি পোৱা উচিত, কাৰণ এই আবিষ্কাৰকসকলে পূৰ্ব্বে অকৃতকাৰ্য্য হোৱা অনুসন্ধানকাৰী-সকলৰ পৰা বিশেষ সহায় পাইছে। প্ৰাণিজীৱনৰ আদি মূলকথা খিনিৰ পৰা যদি কোনো এটি ভাষাৰ মূল উৎপত্তি আমি সুন্দৰকপে প্ৰমাণ কৰিব পাৰোঁ, তাৰ দ্বাৰা প্ৰত্যেক ভাষাৰ উৎপত্তিৰ প্ৰণালী প্ৰমাণ কৰা হব ;—তাৰ লগে-লগে অতি পৰিষ্কাৰ ভাৱে ভিন্ন ভিন্ন ভাষাৰ সম্বন্ধ আৰু পৰস্পৰ অধীনতা আমি উপলব্ধি কৰিব পাৰোঁ, আৰু মানৱজীৱনৰ উৎপত্তি, গতি, উদ্দেশ্য আৰু সমাপ্তিৰ বিষয়ে আমাৰ দৃঢ়তৰ ধাৰণা হয় পৃথিবীত কিছুমান দাৰ্শনিক আছে তেওঁলোকে ঐহিক সুখৰ বাহিৰে আন একোতে সুখৰ লেশমাত্ৰও নেপায়. আৰু পাবাহেঁতেন তেওঁলোকে প্ৰাচীন সাহিত্য আলোচনা আদি সমূলে ধ্বংস কৰিলে হয়। তেওঁলোকে পাহৰিছে যে মানুহৰ মনেই সকলো সুখৰ অপূৰ্ব্ব ভঁৰাল, যে ঐহিক সুখতকৈও আৰু বেচি পবিত্ৰ আৰু উচ্চ তৰপৰ সুখ এই সংসাৰত আছে, আৰু যেতিয়ালৈকে মানুহ আৰু মানুহৰ মন এতিয়া যেনে ভবিষ্যতেও তেনে সম্বন্ধত সংলগ্ন হৈ থাকে, তেতিয়ালৈকে মানৱ জাতিৰ মন মানুহৰ সকলো ৰকম সুখৰ অক্ষয় ভঁড়াল হৈ থাকিব।"

পূৰ্ব্বেই কোৱা হৈছে মিঃ বৰুৱাই এই মানসিক সুখকে জীৱনৰ সকল জ্ঞান কৰিছিল। ভাষাবিজ্ঞানৰ বাহুবৰৰ ভুৱাৰ-বন্দিত থিয় হৈ তেওঁ সেই প্ৰকাণ্ড অলাতল খৰৰ যি অপূৰ্ব্ব ৰত্ন-বস্তু দেখিলে তাৰ চিনাকী জগতত বিলোৱাত তেওঁ গোটেই জীৱন যাপন কৰে।

**বামণ, বাগভট আৰু সৰস্বতী-কণ্ঠাভৰণ।**

VAMANA SUTRA-VRITTI, VAGBHATALANKARA, AND SARASWATI-KANTHABHARANA. With a few original notes and extracts from old commentaries, and prefatory summary of Prakrita changes. 1883.

সংস্কৃতত তিনিখন অলঙ্কাৰ শাস্ত্ৰৰ গ্ৰন্থ আছে মিঃ বৰুৱাই তাক একেলগ কৰি কিতাপৰ আকাৰে প্ৰকাশ কৰে। বামনৰ সূত্ৰবৃত্তি, বাগভটৰ অলঙ্কাৰ আৰু সৰস্বতীকণ্ঠাভৰণ এই তিনিখন অলঙ্কাৰ শাস্ত্ৰৰ গ্ৰন্থ একেলগ কৰি ছপোৱাত, আৰু তাৰ লগত প্ৰাচীন টীকাকাৰসকলৰ টীকাৰ সাৰাংশ আৰু প্ৰাকৃত পৰিবৰ্ত্তনবিলাকৰ বিৱৰণ দিয়াত এই কিতাপখনি অতি প্ৰকাণ্ড হয়, সেই দেখি ইয়াৰ বেচ পোন্ধৰ টকা নিৰ্দ্ধাৰিত হয়। কিন্তু দুখীয়া পণ্ডিতসকলে ইমান দাম দি কিনিব নোৱাৰাত পাচলৈ তাৰ বেচ কমাই সাত টকা আঠ অনাত থোৱা হয়।

আনন্দৰামৰ প্ৰণালী আছিল,—যেতিয়া কোনো বিষয়ে গ্ৰন্থ লিখিব লগাত পৰে তেওঁ সেই বিষয়ৰ সকলো গ্ৰন্থ বিচাৰি তাৰ সাৰ অংশ শিক্ষাৰ্থীৰ কাৰণে সংকলন কৰে। সংস্কৃত ভাষাৰ অলঙ্কাৰ শাস্ত্ৰৰ গ্ৰন্থ উটৈজনী। তাৰ ভিতৰত বামণ, বাগভট আৰু ভোজৰাজ বিৰচিত সৰস্বতীকণ্ঠাভৰণ প্ৰধান। মিঃ বৰুৱাই এই তিনিখন গ্ৰন্থকে শিক্ষাৰ্থী সকলৰ মাজত প্ৰচাৰ কৰে।

সৰস্বতী-কণ্ঠাভৰণ।

SARASWATI-KANTHABHARANA, BY KING BHOJA DEVA With a few notes and extracts from old commentaries 1884. Re-issued from the edition of 1883.

১৮৮৩ চনত বামণ আৰু বাগভটৰ অলঙ্কাৰ গ্ৰন্থৰ লগত সৰস্বতী-কণ্ঠাভৰণো প্ৰকাশিত হয়। কিন্তু সেই গ্ৰন্থৰ দাম অধিক হোৱাত সাধাৰণ পণ্ডিতসকলে তাক কিনিব নোৱাৰিছিল। সেই দেখি মিঃ বৰুৱাই ১৮৮৪ চনত সৰস্বতীকণ্ঠাভৰণৰ এটি নতুন সংস্কৰণ উলিয়ায়। এই সংস্কৰণৰ পাতনিত তেওঁ কৈছে যে সৰস্বতীকণ্ঠাভৰণৰ আগৰ সংস্কৰণৰ দাম বেছি হোৱাত ভাটপাড়া আৰু মূলাজৰৰ পণ্ডিতসকলে সেই কিতাপ কিনিব পৰা নাই, সেই বিষয়ে মিঃ বৰুৱাৰ ওচৰলৈ অনেকে ওজৰ-আপত্তি কৰি চিঠি লিখিছিল। সেইদেখি অলপ মাখোন টীকা আৰু ব্যাখ্যা সম্বলিত কৰি পাঁচ টকা দামত মিঃ বৰুৱাই সৰস্বতীকণ্ঠাভৰণৰ এই নতুন সংস্কৰণ প্ৰকাশ কৰে। তেওঁ আৰু কয় যে হাতত সম্পূৰ্ণ আহিলা-সবল থাকিলেও কেবছৰমানলৈ নানান টীকা সম্বলিত এটি বিশুদ্ধ সংস্কৰণ তেওঁ প্ৰকাশ কৰিব নোৱাৰিব, কাৰণ তেওঁ তেতিয়া অন্যান্য কামত অতিকৈ ব্যস্ত আছিল।

শাস্ত্ৰকলাপৃষ্ঠপোষক কবি মহাৰাজ ভোজদেৱৰ বিৰচিত সৰস্বতীকণ্ঠাভৰণ অলঙ্কাৰ শাস্ত্ৰৰ এখনি বহুমূলীয়া গ্ৰন্থ। দশৰূপ, কাব্যপ্ৰকাশ, সাহিত্য-দৰ্পণ আদি সকলো আলঙ্কাৰিক গ্ৰন্থৰ মাজত সৰস্বতীকণ্ঠাভৰণ প্ৰধান।

আনন্দৰাম বৰুৱাই ভৱভূতিৰ বিষয়ে ৰচিত গ্ৰন্থত কৈছে যে সৰস্বতী-কণ্ঠাভৰণখনি ভোজৰজাৰ প্ৰণীত বুলি প্ৰবাদ আছে। বৰুৱাই স্বয়ং এই

গ্ৰন্থ লিখিছিল সে নাই সেইটো এতিয়াও মীমাংসাসাপেক্ষ। কিন্তু এইটো সঁচা যে এই কিতাপখনি তেওঁৰ ৰাজত্ব কালতে লিখা হৈছিল। ভোজ-ৰাজ খৃষ্টীয় একাদশ শতিকাৰ মানুহ। তেওঁ জ্ঞান আৰু পাণ্ডিত্যৰ পৃষ্ঠ-পোষক আছিল, আৰু তেওঁৰ এটি বিৰাট গ্ৰন্থশালাও আছিল।

মিঃ বৰুৱাই কয় ভোজ নামে সম্ভৱতঃ কোনো ৰজা নাছিল। ভোজ এটি ৰাজপৰিয়ালৰ নাম; ভোজ নামধাৰী ভালেমান নৃপতিৰ কথা প্ৰাচীন সংস্কৃত সাহিত্যত পোৱা যায়। সৰস্বতীকণ্ঠাভৰণ ৰচয়িতাও ভোজবংশৰ কোনো এগৰাকী নৃপতি আছিল।

সৰস্বতীকণ্ঠাভৰণত অলঙ্কাৰ শাস্ত্ৰৰ সকলো বিভাগৰ পূৰ্ণ আলোচনা, উদাহৰণ আৰু মীমাংসা আছে। অলঙ্কাৰ নহলে কোনো কবিতা বা কাব্যই সুশ্ৰাব্য নহয়। সংস্কৃত সাহিত্য যেনে অলঙ্কাৰপূৰ্ণ পৃথিৱীৰ আন কোনো সাহিত্য তেনে নহয়। সেই দেখি লৰ্ড মেকলে চাহাবে এই এষাৰি আলঙ্কাৰিক বচন মাতি গৈছে,—"গোটেই সংস্কৃত সাহিত্যক সংক্ষিপ্ত কৰি এটি ৰাখোন আলমাৰীতে ভৰাব পাৰি।"

সৰস্বতীকণ্ঠাভৰণৰ পাঁচটি পৰিচ্ছেদ বা অধ্যায়,—প্ৰথম গুণবিবেচন, দ্বিতীয় শব্দালঙ্কাৰ নিৰ্ণয়, তৃতীয় অলঙ্কাৰ নিৰ্ণয়, চতুৰ্থ উভয়ালঙ্কাৰ বিবেচন, পঞ্চম ৰসবিবেচন। সৰস্বতীকণ্ঠাভৰণত ভোজৰজাৰ পূৰ্ব্ববৰ্ত্তী প্ৰধান কাব্যকাৰসকলৰ গ্ৰন্থাৱলীৰ পৰা আলঙ্কাৰিক বাক্যবোৰ উদাহৰণ স্বৰূপে উদ্ধৃত কৰা হৈছে।

ধাতুবৃত্তিসাৰ।

DHATU-VRITTISARA, OR THE MATERICAL PORTION OF KATANTRA GANAVRITTI. With extracts from Ramanatha's Manorama. From the Dhatukosa of Anundoram Boroojah 1887.

এই গ্ৰন্থখনিত দুৰ্গাসিংহ বিৰচিত কাতন্ত্ৰ গণবৃত্তি আছে। সংস্কৃত ধাতুবোধক ভ্বাদি, অদাদি, হ্বাদি, দিবাদি, স্বাদি, তুদাদি, তনাদি, ক্ৰ্যাদি, চুৰাদি, যুজাদি এই দহ ভাগত ভগাই প্ৰত্যেক ধাতুৰে নাম, অৰ্থ আৰু এটি দুটি বিভক্ত্যন্ত ৰূপ দুৰ্গাসিংহৰ কাতন্ত্ৰ গণবৃত্তিত অতি সুন্দৰকৈ দিয়া আছে; আন গণকোষ বা ধাতুকোষত ধাতুবোৰ এনে পৰিপাটী আৰু শৃঙ্খলাবদ্ধকৈ সজোৱা নাই।

ৰমানাথৰ মনোৰমা নামক কাতন্ত্ৰ গণবৃত্তিৰ টীকা অতি প্ৰাঞ্জল আৰু লাগতিয়াল। মিঃ বৰুৱাই প্ৰত্যেক গণৰ পাচতে ৰমানাথ ৰচিত টীকা সংযুক্ত কৰি দিয়ে।

কাতন্ত্ৰ গণবৃত্তি আদি ধাতুবিষয়ক গ্ৰন্থত ঘাইকৈ ভেজনী দি বৰুৱা-দেৱে ধাতুকোষ নামে এখনি ডাঙৰ কিতাপ লেখে। ধাতুবৃত্তিসাৰ এই ধাতুকোষ গ্ৰন্থৰে একাংশ মাথোঁন।

এই কিতাপখনি মিঃ বৰুৱাই ঘাইকৈ টোলৰ অধ্যাপক আৰু ছাত্ৰ-সকলৰ কাৰণেহে প্ৰকাশ কৰিছিল, ইয়াত কোনো এটি ইংৰাজী শব্দ বা টীকাৰ সমাবেশ নাই, আৰু কিতাপৰ জিলতে এইটো কথা কোৱা হৈছে যে সৰ্ব্বসাধাৰণৰ কাৰণে সেই কিতাপৰ দাম দুটকা, কিন্তু দুখীয়া পণ্ডিতৰ কাৰণে তাৰ মাথোন আধা দাম। সংস্কৃত শিক্ষাৰ্থী নিছলা পণ্ডিতসকলৰ কাৰণে মিঃ বৰুৱাই কিমানে ভাবিছিল ইয়াৰ পৰা সেই কথা ভালকৈ বুজিব পাৰি।

## অমৰসিংহৰ নামলিঙ্গানুশাসন। সটীক।

AMARSINGHA'S NAMALINGANUSASANA. With the commentaries of Xirasvami and Raya Mukuta Vrihaspati, and extracts from several other commentaries. 1887-1888

লৰাকালত আনন্দৰাম বৰুৱাই পিতৃ গৰ্গৰাম আৰু ঘৰুৱা সংস্কৃত পণ্ডিত কালীকান্ত অধ্যাপকৰ যত্নত গোটেই অমৰকোষখন আয়ত্ত মুখস্থ কৰিছিল। কালত সেই অমৰকোষে মিঃ বৰুৱাৰ পিছৰ [illegible] জীৱনত সাহিত্য চৰ্চাত দাই সহায় হ'ল।

মিঃ বৰুৱাই নানান সংস্কৃত শব্দশাস্ত্ৰ মন্থন কৰি এইটো কথা ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিলে যে সংস্কৃত শব্দশাস্ত্ৰ শিক্ষা কৰিবৰ কাৰণে নৱৰত্ন সভাৰ উজ্জ্বল মণি অমৰসিংহৰ অমৰকোষ বা নামলিঙ্গানুশাসনৰ দৰে গ্ৰন্থ নাই। অমৰসিংহৰ অভিধানত নোকোৱা শব্দ নাই, আৰু কোনো এটি শব্দৰ এনে এটি অৰ্থ নাই যাৰ উল্লেখ পণ্ডিত-ৰাজ অমৰসিংহই কৰা নাই। যদিহে কাচিৎ কোনো ঠাইত কিবা হীন-ডেঢ়ি আছে তেন্তে অমৰকোষৰ বিচক্ষণ টীকাকাৰসকলৰ যত্নত সেই ৰচা-টুটাও পূৰণ হৈছে।

মিঃ আনন্দৰাম বৰুৱাই প্ৰকাশ কৰা নামলিঙ্গানুশাসন অমৰসিংহৰ অমৰকোষৰ এটি সংস্কৰণ মাথোন। অমৰকোষৰ টীকাকাৰৰ অভাৱ নাই, সকলোবোৰ টীকা গোটালে সংস্কৃত আভিধানিক সাহিত্য সম্পূৰ্ণ হয়। ক্ষীৰস্বামী, ৰায়মুকুত বৃহস্পতি, ৰঘুনাথ, পৰমানন্দ, ভানুজী, নীলকণ্ঠ, চতুৰ্ভুজ, লোকনাথ, সৰ্ব্বানন্দ প্ৰমুখ্যে কেবাজন টীকাকাৰেও অমৰকোষৰ ব্যাখ্যাৱলী উদ্ভাসিত কৰি থৈ গৈছে। কিন্তু সেই সকলো টীকাকাৰৰ মতামত পুথিত ছপোৱা অসম্ভৱ যেন দেখি মিঃ বৰুৱাই মাত্ৰ ক্ষীৰস্বামী

আৰু ৰায়মুকুত বৃহস্পতিৰ টীকাকে অমৰকোষৰ শ্লোকৰ পাচত তুলি দিছে। তাৰ উপৰিও, অন্যান্য টীকাকাৰে যদি কিবা উল্লেখযোগ্য মত দিছে মিঃ বৰুৱাই আগ্ৰহেৰে ক্ষীৰস্বামী আৰু ৰায়মুকুতৰ টীকাৰ লগতে তুলি দিছে।

মিঃ বৰুৱাই অমৰকোষৰ টীকাকাৰৰ বিবিধ টীকাপুঞ্জৰ গ্ৰন্থ বৰ যত্নেৰে সংগ্ৰহ কৰিছিল। বিলাতৰ ইণ্ডিয়া অফিচ, পুনাৰ দেক্কান কলেজৰ লাইব্ৰেৰী, কাশী, দুৰ্গাপুৰ, চট্টগ্ৰাম, খৰ্গপুৰ আদি নানা ঠাইৰ পৰা মিঃ বৰুৱাই পুথি-পাঁজি গোটায়।

আনন্দৰামৰ নামলিঙ্গানুশাসনৰ আদিতে দিয়া ইংৰাজী পাতনিখন বৰ সাৰুৱা আৰু জ্ঞানগৰ্ভ। অমৰকোষ কিয় লাগতিয়াল, তাৰ ঐতিহাসিক মূল্য, গ্ৰন্থৰ নানা বিভাগ, মূলগ্ৰন্থ, শ্লোকবিলাকৰ শ্ৰেণী বিভাগ, বৰ্ণ, ক্ষীৰস্বামীৰ গ্ৰন্থ-সংগ্ৰহ, ক্ষীৰস্বামীৰ জন্মকাল আৰু যুগ, তেওঁৰ ৰচিত অন্যান্য গ্ৰন্থ, তেওঁৰ আভিধানিক প্ৰমাণ-গ্ৰন্থ, তেওঁৰ নিদানিক প্ৰমাণ-গ্ৰন্থৰ বিষয়ে পাতনিত সুন্দৰ আলোচনা দিয়া হৈছে। মিঃ বৰুৱাৰ মতে ক্ষীৰস্বামী খৃষ্টিয় বাৰ শতাব্দীৰ আগৰ মানুহ। তেওঁৰ জন্ম ঠাই আছিল মহাৰাষ্ট্ৰ বা কৰ্ণাট প্ৰদেশ।

মিঃ বৰুৱাই একেবাৰে সমুদায় নামলিঙ্গানুশাসন প্ৰকাশ কৰা নাছিল। তেওঁ তাক ছোৱা-ছোৱাকৈ প্ৰকাশ কৰিবৰ প্ৰস্তাব কৰে। দুখৰ বিষয় এই যে মিঃ বৰুৱাই সেই গ্ৰন্থ সম্পূৰ্ণকৈ প্ৰকাশ কৰি যাব নোৱাৰিলে।

১৮৮৭ চনত মিঃ আনন্দৰাম বৰুৱা সম্পাদিত সটীক নামলিঙ্গানুশাসনৰ প্ৰথম ভাগ প্ৰকাশিত হয়। প্ৰথম খণ্ডত প্ৰস্তাবনাৰ পৰা আৰম্ভ কৰি স্বৰ্গ বৰ্গৰ অন্তৰ্গত অগ্নি শব্দলৈকে, অৰ্থাৎ মোট দুকুৰি-পোন্ধৰটা শ্লোক আছে। দ্বিতীয় খণ্ড ১৮৮৮ চনত প্ৰকাশিত হয়। ইয়াত অমৰকোষৰ শব্দাদিবৰ্গৰ পঞ্চম শ্লোক অৰ্থাৎ পুৰাণ শব্দৰ ব্যাখ্যালৈকে আছে।

মিঃ বৰুৱাই অমৰসিংহৰ নামলিঙ্গানুশাসন গ্ৰন্থমালা তেওঁৰ সেই মহদনুষ্ঠানৰ উৎসাহদাতাসকলৰ নামে উচৰ্গা কৰে। তেওঁৰ কিতাপ

ওলোৱাৰ আয়োজনৰ কথা শুনি অনেক বিদ্যোৎসাহী পুৰুষে তাৰ অগ্ৰিম গ্ৰাহক হয়। তাৰ ভিতৰত আমি তলত লিখা কিজনৰ নাম পাইছোঁ,— বোম্বাই গৱৰ্ণমেণ্ট; মাদ্ৰাজৰ শিক্ষাবিভাগৰ ডিৰেক্টৰ; দাৰবঙ্গ আৰু দিনাজপুৰৰ মহাৰাজা; অসম, মধ্যপ্ৰদেশ, বৃটিচ বৰ্ম্মা, কুৰ্গৰ চীফ-কমিচনাৰ, প্ৰত্নতত্ত্ববিদ্ ডাক্তাৰ হৰ্ণেল; ঢাকাৰ অধ্যাপক কালীপ্ৰসন্ন ভট্টাচাৰ্য্য; বগলাপ্ৰসন্ন মজুমদাৰ, আনন্দ চন্দ্ৰ ৰায়; নগাঁৱৰ ...সমৰ ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ, মিঃ লক্ষ্মীনাৰায়ণ বৰা, শিৱৰাম উকীল, ঘনশ্যাম বেজবৰুৱা উকীল, বোম্বেইৰ এল্-আৰ বৈদ্য; পুনাৰ সুবিখ্যাত সংস্কৃত পণ্ডিত নন্দাৰগীৰকৰ, বলবন্ত বাবাজী পণ্ডিত; কৰ্ণেল জি-ই জেকব, পৃথিবীৰ সৰ্ব্বপ্ৰধান গ্ৰন্থ ব্যৱসায়ৰ ঠাই লিপজিগৰ ... কয়েলাৰ আৰু টোকিওৰ বাণিজ্যও নাঞ্জিও।

প্ৰথম খণ্ড প্ৰকাশ হোৱাৰ পাচত সংস্কৃতানুৰাগী সমাজৰ পৰা মিঃ বৰুৱাই বৰ শলাগনি পায়। তেওঁ গ্ৰন্থৰ আদিতে অমৰসিংহ আৰু ক্ষীৰ-স্বামীৰ বিষয়ে যি সুবিস্তৰ আলোচনা দিছে সি অতি পাণ্ডিত্যপূৰ্ণ হৈছে বুলি সকলোৱে স্বীকাৰ কৰে। যদিচ মিঃ বৰুৱাই নামলিঙ্গানুশাসন সম্পূৰ্ণ কৈ প্ৰকাশ কৰি থৈ যাব নোৱাৰিলে, অমৰসিংহ আৰু ক্ষীৰস্বামীৰ বিষয়ে মন্তব্য সমালোচনা আগলৈকো পণ্ডিত-মণ্ডলীৰ আদৰৰ বস্তু হব, পিচলৈ অমৰকোষ ক্ষীৰস্বামীৰ টীকাসহ আকৌ প্ৰকাশ কৰিব পাৰিব। পুনাৰ ওকা পণ্ডিতৰ সম্পাদিত নামলিঙ্গানুশাসন সমালোচনা কৰোঁতে ডাঃ ডি-আৰ ভাণ্ডাৰকৰ দাঙৰীয়াই কৈছে,—"ক্ষীৰস্বামীৰ টীকা যে কিমান মূল্যবান মিঃ আনন্দৰাম বৰুৱাৰ সম্পাদিত আৰু আংশিকভাৱে প্ৰকাশিত হোৱা নামলিঙ্গানুশাসনৰ পৰা সুস্পষ্ট বুজিব পাৰি।"

লাহোৰৰ ট্ৰিবিউন কাকতত বৰুৱাৰ অমৰকোষৰ বিষয়ে হোৱা কথা-খিনি বৰ হৃদয়গ্ৰাহী,—"মিঃ বৰুৱাৰ সংস্কৃতত ব্যুৎপত্তি যেনে গভীৰ আৰু নিৰ্ভুল তেনে বিস্তৃত। আমাৰ বিবেচনা মতে তেওঁ আমাৰ জাতীয়

গৌৰৱৰ পাত্র, আমি জাতিস্বৰূপে তেওঁক লৈ গৰ্ব্ব কৰিব পাৰোঁ, আৰু আমি একান্ত আশা কৰোঁ যে আমাৰ বুদ্ধিমন্ত যুৱকসকলে মিঃ বৰুৱাৰ সমুন্নত অথচ কঠোৰ আদৰ্শ অনুসৰণ কৰিব।"

ইণ্ডিয়ান স্পেক্‌টেটৰ কাগজে কয়,—"আভিধানিক অমৰসিংহৰ সৰ্ব্বপ্ৰধান গ্ৰন্থ অমৰকোষ প্ৰকাশ কৰোঁতে মিঃ বৰুৱাই যি অপৰিসীম পৰিশ্ৰমৰ চানেকী দেখুৱাইছে তাক যথাযথ ভাবে সমাদৰ কৰি মোৰ বুজিবলৈ আমাৰ শক্তি নাই।"

আচাৰ্য্য মোক্ষমূলাৰে মিঃ বৰুৱাক কবলৈ বাধ্য হয়,—"এই কিতাপ খনিয়ে আপোনালৈ মহৎ সম্মান আনিছে।"

নামলিঙ্গানুশাসনৰ দ্বিতীয় ভাগ প্ৰকাশ হোৱাৰ পাচত আৰু জন চেৰেক সাহিত্যানুৰাগী পুৰুষ সেই গ্ৰন্থৰ অগ্ৰিম গ্ৰাহক হয়। তাৰ ভিতৰত এই সকলৰ নাম উল্লেখযোগ্য—বোম্বাই আৰু উত্তৰ-পশ্চিম প্ৰদেশৰ শিক্ষাবিভাগৰ পৰাকী; হাটোৱাৰ মহাৰাজা, মুক্তাগাছাৰ জমিদাৰ ৰাজা সূৰ্য্যকান্ত আচাৰ্য্য, বৰাহনগৰৰ জমিদাৰ ৰায় যতীন্দ্ৰনাথ চৌধুৰী আৰু লণ্ডনৰ ট্ৰুব্‌নাৰ কোম্পানী।

## ধাতুকোষ বা ধাতুপাঠ।

DHATUKOSA, OR DHATUPATHA. Alphabetically arranged. With copious extracts from Madhava, Durga, Vopadeva, and others. 1888.

আনন্দৰাম বৰুৱাৰ ধাতুকোষ বা ধাতুপাঠ গ্ৰন্থত সকলো সংস্কৃত ধাতুৰ বৰ্ণানুক্ৰমে নাম আৰু অৰ্থ আছে। তাৰ লগে-লগে মাধব, দুৰ্গাসিংহ আৰু বোপদেব আদি বৈয়াকৰণিকসকলৰ গ্ৰন্থাৱলীৰ পৰা সাৰ টোকি দিয়া হৈছে।

# APPENDIX I.

## CONTRIBUTIONS TO PERIODICALS BY THE AUTHOR.

আনন্দৰাম বৰুৱাৰ বিষয়ে বৰ্ত্তমান গ্ৰন্থকাৰৰ লিখা প্ৰবন্ধাৱলী।

I. *The Indian Review*, July 1920, and *"Eminent Orientalists*. Reprinted with the kind permission of the publishers, Messrs Natesan & Co., Madras.

### Anundoram Borooah—the Indian Sanskritist.

*Introductory*. The latter half of the nineteenth century witnessed a glorious band of workers in the field of Sanskrit research in India This gifted brotherhood included among its members the late Mr. R. C. Dutta, Raja Rajendralal Mitra, Swami Dayananda Saraswati, Pandit Indraji Bhavani, Sir Ramkrishna Gopal Bhandarkar and Mr Anundoram Borooah. The last, by dint of his earnestness of purpose and his life-long devotion to the cause of Sanskrit scholarship, has won an imperishable name in the annals of Indian Sanskrit research. Thirty-five or forty years ago no Indian *savant's* name had excited greater admiration and applause than Mr. Borooah's, and this feeling was rightly echoed in the *Lahore Tribune* of those days,— "Mr. Borooah's Sanskrit scholarship is as profound and accurate as it is extensive. We are proud of him as a nation, and we earnestly hope that our brightest youths may follow his noble though very arduous path."

Mr. Borooah was a member of the Indian Civil Service, and was for some years in charge of a heavy district in Bengal. The scope of his work and the range

of his scholastic investigations which he strenuously carried on in the midst of his busy official duties show him, to quote Prof. Cicil Bendall's words in the *Trubner's Record*, 1889, "to have been a kindred spirit with administrators like Colebrooke and Burnell among the illustrious dead, and the small band of living workers like Grierson, Fleet and R. C. Temple."

Mr Borooah is a fine flower of western culture. The profound erudition of the oriental scholar combined with the critical spirit of the west imparted to Mr. Borooah's works a peculiar value and lustre. As the greatest intellectual representative of the "benighted province of Assam", Mr. Borooah is the glory of the Assamese; and Assam has not produced a greater man during the space of ninety-five years that she has come under British rule His name has been an example and an inspiration to thousands of the youths of Assam.

*Life.* Mr. Anundoram Borooah B.A., I.C.S., Barrister-at-Law, was born in May, 1850, at North Gauhati in the district of Kamrup, Assam. This Kamrup forms at presen only a fragment of the greater Kamrupa Empire of yore, hallowed by the names of Narakasur, Bhagadatta, Bana, Bhaskara-Varma, Naranarayan, Pratap Singha Swargodeo and 'Rudra Singha Swargadeo among her kings; Jongal Balahu, Cilarai and Lachit Phukon among her heroes and soldiers; Usha, Rukmini, Behula, Joymati and Phuleswari Barkuanri among her women; Dak, Sankar Deva, Madhava Deva, Purusottam Vidyabagis and Anundoram Dhekial Phukon among her saints and litterateurs; and Momai Tamooli Barborooah and Rajmantri Purnananda Buragohain among her ministers and statesmen. Anundoram belonged to the well-known Majindar Borooah family of Assam. His father, an Assamese gentleman of the older type, was for some

years a *Sadar Amin*,, a post equivalent to a modern Deputy Magistrateship.

Through the efforts of his learned father Anundoram was initiated into the vast potentialities of the *Deva Bhasha* even during his childhood. With the help of an erudite Sanskrit Pandit who was appointed to teach him Sanskrit, Anundoram mastered and got by heart the whole of the immortal lexicon *Amarkosh* before he was fourteen, at which age he also passed the Entrance Examination of the Calcutta University. He read for the first Arts Examination in the Presidency College of Calcutta, and there he had as his teachers the great educationists, Mahamahopadhyaya Mohes Chandra Nyayaratna C.I.E. in Sanskrit, and Sir (then Mr.) Gurudas Banerji in Mathematics. Mr. Borooah had as his class-mates the late Mr. R. C. Dutt I.C.S., Mr. B. L. Gupta I.C.S., and Mr. Kartick Chandra Mitra M.A., P.R.S. and as his contemporary college friends the Right Honourable Mr. Syed Amir Ali P. C., Sir Surendranath Banerji Kt., and the poet Babu Nabin Chandra Sen. Sir Gurudas Banerji has once fittingly remarked,—"The First-year Class of the Presidency College of 1865 was a splendid one containing many very brilliant students. ....and Mr. Borooah was unqestionably the brightest of this bright band of young students."

Anundoram stood sixth in the First Class in the F.A. Examination held in December 1866, securing the Duff scholarship in Mathematics, and in January 1869 he stood third in the First Class in the B.A. Examination of the Calcutta University. Emulated by the noble example of the glorious trio Mr. Surendranath Banerji, Mr. Beharilal Gupta and Mr. Ramesh Chandra Dutt who had left for England a few months ago, Mr. Borooah made up his mind to proceed to England, and sat in

the competitive examination for the State Scholarship tenable in England. The Syndicate of the Calcutta University in their sitting of the 29th January, 1869, elected Mr. Borooah to the scholarship. Besides the state scholarship, Mr. Borooah won by open competition the Gilchrist Scholarship as well, and the total value of these stipends amounted to £300/- a year.

Mr. Borooah proceeded to England in the spring of 1869 with Mr. H. Woodrow M.A., sometime D.P.I. of Bengal, who had taken a kindly interest in this young prodigy from Assam, and had introduced him to Lord Mayo, the then Viceroy and Governor-General of India. Mr. Borooah joined one of the Civil Service coaching institutions in London, studied Science in the London University and Law in the Middle Temple. His aptitude for scientific study was so great that Dr Carpenter, Professor of Zoology in the London University and Principal of the University College, London, once remarked,—"Mr. Borooah was the most inquisitive student that I have ever come across." Mr. Borooah passed the I.C S. Examination in 1870, was called to the Bar in the subsequent year, and is said to have passed also the B.Sc. Examination of the London University. He stood high in Mathematics in the Civil Service Examination. During his stay in England Mr Borooah contracted intimacy with the late Sir Taraknath Palit Kt., D.L. (then Mr.), and it ceased only with the death of Mr. Borooah. It may be noted here that Mr Borooah was the first Assamese graduate, the first Assamese Barrister and the first Assamese Civilian, and that up to the present time no other Assamese has been successful in the open competition for the I.C.S.

Mr. Borooah returned to India in the autumn of 1872, and was appointed Assistant Commissioner of the

Sibsagar District in his own province, Assam. After a year of service in Assam Mr. Borooah secured transfer to Bengal where he passed the remaining years of his life. His short stay in Sibsagar was marked by his scholastic habits, and his independence of attitude for which he had occasional misunderstanding with his superiors. His usual dress was the old-fashioned aristocratic *chouga and chapkan,* and he used to have a book by his side even in the court which he read in the intervals of his magisterial functions.

Mr Borooah served as an Assistant Magistrate in several places in Bengal; and when after a prolonged agitation which had as its great patron and supporter Sir William Hunter, Indian Civilians were first entrusted with the charge of districts, Mr. Borooah and Mr. R. C. Dutt were eventually appointed District Magistrates and Collectors. And as is always the case, when Indians are given fair opportunities to prove their mettle they respond magnificently, Mr. Borooah and Mr. Dutt discharged their duties without any hitch or trouble, and thereby paved the path for the Indians in securing the highest responsible posts under the Government.

Mr Borooah did not allow his literary zeal to be damped by the heavy responsibilities of a Magistrate's duties; there issued forth from his pen every year books after books, lexicons, grammars, editions of old Sanskrit texts, and compilations from old Sanskrit authors. In 1881, Mr. Borooah projected the compilation of a comprehensive Grammar of the Sanskrit Language in twelve volumes, of one thousand pages each, and to be able to consult the oriental books and manuscripts of the British Museum, London, he took two years' furlough from November 1881, and sailed for England. He

carried on his investigations in England, and in this undertaking his great helpers were Prof. Cecil Bendall, the Keeper of Oriental Books in the British Museum, Mr. Nicholson, the Bodleian Librarian at Oxford, and Dr. Reinhold Rost the learned Librarian of the India Office. After collecting sufficient materials Mr. Borooah returned to India in October 1883.

In 1885 Mr. Borooah was appointed Fellow of the Calcutta University, and was attached to the Faculty of Arts. Two years after he was placed for the second time in charge of the Noakhali District in Bengal; and there by his learning, benevolence, sympathetic treatment of the people, and various acts of public utility Mr. Borooah won the heart of the people. Schools and markets were established in Mr. Borooah's name, and tanks were dug in the interior parts of Bengal and named after him. The learned *Burra Saheb* of Noakhali used to place at his gate always a man with a few baskets of rice, and any beggar would have his share at any hour of the day. When Mr. Borooah went out to the *Mofussil* he had with him an additional cart loaded with provisions and food which he distributed among the needy folks as they clustered round to catch a glimpse of the Indian magistrate. All this sounds romantic and legendary, but it was for this reason that Mr. Borooah's name has spread an irresistible charm over the hearts of the people of Bengal. Mr. Borooah helped many poor students with books and money, and educated a meritorious Bengali student even in England. He had a staff of erudite Sanskrit *Pundits* whom he paid handsomely. This learned *congerie* of orthodox *Pundits* helped Mr. Borooah in the Mechanical portions of his literary endeavours. As an official too he won the trust and confidence of the Government.

In the winter of 1888 Mr. Borooah became ill. A sudden attack of paralysis, aggravated by an ill-advised sea-bath, disabled him, and he took leave for three months. He went to Calcutta, lived at the Ballygunge residence of his old friend Sir Taraknath Palit, and placed himself under the treatment of the best allopathic, homeopathic, and *Ayurvedic* physicians of the day. But even their united efforts failed to cure that fell disease. Mr. Borooah passed away in the afternoon of the 19th January, 1889

*Literary Works.* Mr. Borooah's literary career spread over a period of twelve years only; and considering the shortness of the period, the character of his productions, both in their qualitative and quantitative aspects was simply marvellous. His *English-Sanskrit Dictionary* appeared in three volumes between 1877 and 1880, and for many years it was the only work of its kind written by an Indian. On the completion of this *magnum opus*, Mr. Borooah was congratulated from all quarters, including among them the illustrious names of Lord Northbrooke, Governor-General of India, and Prof. F. Max Muller. To the second and third volumes of his Dictionary Mr. Borooah prefixed two other original and useful works, viz, his *Higher Sanskrit Grammar* and *Ancient Geography of India* respectively.

This was followed by an edition of Bhavabhuti's *Mahaviracharitam* with Mr. Borooah's lucid commentary in Sanskrit called *Janakirambhasya* after his beloved brother Janakiram Borooah. Mr. Borooah's next literary ventures were, first, a critical dissertation named, *Bhavabhuti and his place in Sanskrit literature*, which contained an exhaustive treatment of the *Ramaic* drama besides Bhavabhuti and his age; and secondly, *A Companion to the Sanskrit-reading under-graduates*

*of the Calcutta University*, being a few notes on the Sanskrit texts selected for the F. A. and B. A. Examinations. Small though in bulk the latter book is an important contribution to Sanskrit scholarship. Mr. Borooah's comments were suggestive rather than detailed.

The next literary enterprise of Mr. Borooah was, to quote Mr. R. C Dutt's words, "a Sanskrit grammar of formidable size and erudition" In 1881, Mr. Borooah projected the compilation of *A Comprehensive Grammar of the Sanskrit Language, Critical, Analytical and Historical*, in twelve volumes of one thousand pages each. Its object, as described by Mr. Borooah in a prospectus which was circulated among his friends, and lovers and promotors of Sanskrit culture—"was to simplify the rules of grammar as far as possible, to examine their historical growth, and illustrate them fully from the existing literature, both ancient and modern, and to offer a complete commentary on all the Vedas The first volume of the series, which was on Sanskrit Prosody came out in 1882 under the samewhat eccentric title of Volume X. The next volume was on Letters and their changes, *Nanartha-Samgraha*, which came out in 1884 as Volume III of the series. The learned world was startled at the encyclopoedic character of Mr. Borooah's great undertaking. Professor Max Muller wrote to Mr. Borooah from Oxford,—"I confess I fell almost overwhelmed by the grandeur of it, but if only you carry out some portion of it, you will have done a very useful work......Is it a great undertaking and will require for its completion a long life, a long purse and long patience."

Mr. Borooah did not live to complete this great literary project. The remaining years of his life were

spent in publishing scholarly editions of *Saraswati-kanthabharanam*, Amara's *Namalinganusasanam* with the commentary of Kiroswami, *Dhatukosh* and *Dhatuvrittisara*.

Besides these Sanskrit works, Mr. Borooah had arranged to compile a Dialectal Dictionary of the Bengali language, and had for this purpose negotiated with the Government of Bengal for its help and co-operation.

Mr. Borooah was a Sanskrit poet of no mean order. In his edition of *Mahavira-charitam* he had added towards the end of each Act a few autobiographical verses in Sanskrit. These scattered lines, and his *Invocation* to the Sanskrit Muse prefixed to the second volume of his Dictionary show how this eminent Indian Sanskritist had assimilated the rythm and melody of the language of his forefathers.

*Conclusion.* Mr. Borooah's useful career was cut short by his untimely death; but his indefatigable exertions on behalf of Sanskrit learning will always be an example to the rising generations of India. His earnestness of purpose is best manifested in his confirmed bachelorhood. As a member of the Indian Civil Service, enjoying the highest emoluments and honour open to an Indian, Mr. Borooah could have lived a life of ease and comfort. But Mr. Borooah whose love of Sanskrit did not allow him to share his heart with any earthly object preferred to remain a bachelor; and when he was pressed by any friend to marry he would simply point to the vast array of books in his magnificent library and say,—"This is the darling of my life demanding from me my best energy and attention."

To Mr. Borooah 'Sanskrit is dearer than any other

language. Its music has charms which no words can express. Its capability of representing every form of human thought in most appropriate language is probably not rivalled, certainly not surpassed by any other language." Mr. Borooah always regretted that "Sanskrit research seemed yet to attract very few scholars," and he hoped "that the day is not distant when our countrymen will care more for our home literature than they do now for Shakespeare and Bacon, for Addison and Johnson."

Mr. Borooah's broader outlook, his intense love of Sanskrit, and his realisation of the glorious past and the present decadence of the *Deva-Bhasha* led him to neglect the more immediate demand of his own mother language and literature, viz. Assamese, which could not well afford to spare a man of genius of Mr. Borooah's calibre from its service; but on the other hand, it freed him from the provincial patriotism which sometimes forces people to lose sight of the greater demands of our common mother India. Mr. Borooah used to say when any of his zealous countrymen tried to impress upon his mind the necessity of diverting his literary activities towards the cause of Assamese language and literature,—"whatever I do for our common mother India will be shared in due course by my own Assamese fellow-countrymen who form an essential factor of the greater Indian brotherhood."

Mr. Borooah's passionate devotion to the cause of Sanskrit learning displaced all other ties from his mind. He was extremely reserved and uncommunicative, and did not like to court ephemeral glory and reputation by playing to the gallery, or by making speeches at the slightest provocation. As a silent and unpretentious worker, who maintained the lofty tenure of his mind

and the steadfastness of his purpose in the midst of the career, Mr. Borooah occupies a place of honour in the rank of the selfless servants of India. What he could do had he not died at the age of thirty-nine reminds us of the measureless potentialities of the glorious "might-have-beens" of the world of which Mr. Borooah is a remarkable example.

Here we cannot resist the temptation of quoting the beautiful words of Mr. Borooah's great contemporary Mr. Bolinarayan Borah—one of the pioneer Indian Civil Engineers from Cooper's Hill, England,—"Mr. Borooah's singleness of purpose was his great characteristic. The industry and application which it demanded made him lead a too sedentary life. He sought little recreation, relief, change and variety. He burnt his candle at both ends, and had naturally to pay the inevitable penalty. His life was a meteoric flash and blaze, which burnt up the substance in its lightning course, dazzling mankind for a moment and disappearing for ever from view."— *S. K. Bhuyan.*

2. *The Cotton College Magazine,* Vol. II, April 1924. No. 3.

**Anundoram Borooah in English Verse.**

Prof. P. Seshadri M.A. of the Benares Hindu University came upon a well-nigh forgotten valume of English Verse, which for the light it throws on Anglo-Indian life deserves to rank with Mr. Rudyard Kipling's *Departmental Ditties* and *Barrack-Room Ballads.* All admirers of the late Mr. Anundoram Borooah are indebted to Prof. Seshadri for communicating to them the fact that *Divers Ditties, chiefly written in India* by Mr. Alec Macmillan, M.A., I.C.S. (Retired) has a humorous

poetical skit or serio-comic poem on the great India Sanskritist.

The poem *Anundoram Borooah* which is the first piece in the volume is styled by the author 'a rhapsody in rhyme', and it does not, like the average critical notices of Mr. Borooah, deal with his scholarly and administrative attainments. The absence of any inevitable reference to the same may be explained by the fact that the poem was written soon after Mr. Borooah was selected to the Indian Civil Service in the open competition of 1870, when he was only an 'untried horse', and when the vast potentialities of his life had not yet blossomed forth into action. The couplet from Byron which is printed immediately after the title of the poem is very aptly chosen,—

> Phœbus! what a name,
> To fill the speaking trump of future fame.

Our poet is not much concerned with the great success of Mr. Borooah in the I.C.S. Examination. His theme is somewhat accidental, the poet is struck by the sonorous character of the name Anundoram Borooah, which to him is a 'weird sound', 'the name of doom', 'the name of fear.' From morn till night the poet is haunted by 'this king of sounds, uncouth and queer',—

> 'Tis not the strain that thrills the air,
> At midnight when the bulbul sings,
> 'Tis not the name of damsel fair,.........
> Know then, that it's nothing more or less,
> Than what seven syllables express,
> The name of that late passed C.S.
> Anundoram Borooah!

When the doors of the Indian Civil Service were opened for competition of Indians, Dutts, Chatterjis and Ghoses alternated with Colvins, Lawrences and Elliotts, but who ever thought that such a name as Anundoram Borooah would blazon in the I.C.S. list?

The poet-magistrate is seated on his 'judgment chair' at the court, sifting the truth from out of the evidences and deposition of contending parties. The eerie name pursues him there, and adieu to petitions, judgments and orders!

> I try how large, how small-hand suits
> The letters of that wonderous name,
> How flourished capitals become
> The signature Anundoram.

The poet goes home and retires to bed, still haunted by the maddening name; the waving fringes of the punkah go and come to the tune of the name Anundoram Borooah. The coolie drops his rope, and the poet, righteously indignant, lays his hands on anything he gets in the room, a brush or boot, or fragments of carbolic soap, or fat law-volumes; but when he is about to hurl these sleep-breaking missiles at the undutiful punkhapuller,—

> There seems, as if, by fiends posses,
> Mosquitoes with infernal hum
> To iterate Anundoram.

The mystic name of the Indian Civil Servant becomes inseparable even from the poet's dreams. He sees a battle, and the thundering drums thunder forth 'Anundoram! Anundoram!' The foes are vanquished and routed, and the victors are welcomed by tripping maidens at the city-gate who with lutes and palm-branches sing the praises of the magical name Anundoram Borooah.

The poet passes on to a second dream. Dr. (afterwards Sir) William Hunter was appointed by the Government to fix the spellings of Indian place-names, and through his suggestions Ayodhya and Kanhpur were changed to Oude and Cawnpore. But our poet wants to utilise the phonetic attainments of Dr. Hunter in a more befitting manner,—

> O mighty Hunter LL D.,
> For I have work, more fit for thee,
> The hour is come, and thou the man,
> Who canst, although none other can,
> Resolve this tough conund(e)rum,
> How shall we spell Anundoram?

The learned etymologist, in acknowledgment of his incapacity to fix the spelling of Anundoram Borooah's name, sinks down and vanishes. But there appears before the poet a second shape,—

> But, hist!—what second shape doth rise?
> What prescient tremor fills my breast?
> O, joy,! beyond expression blest,
> Borooah's self I recognise!

Mr. Borooah meets the poet on the common platform of humanity. There is nothing strange and eccentric about his manners, he accepts the usual social amenties from his host the poet. Then the poet makes a very pertinent query regarding the tact with which Mr. Borooah overcame his age disqualification in the I.C.S Examination,—

> You know, my Nundy, tattlers say,
> That ere you passed the other day,
> You played a horoscopic hoax
> On our good easy English folks,
> By dropping out an awakward year
> In counting up your age's sum,
> (The evil-speaking "Pioneer"
> Thus libelleth Anundoram)

The proud possessor of the astounding name melts into thin air by dropping from his lips only one syllable, —'mum'; and the poets' grief knows no bounds,—

> Where art thou fled, my friend, my chum?
> Anundoram! Anundoram!

The poem ends with a pathetic note in the concluding stanza. The jarring name assails the peace of the poet,—

> No charm will drive the pest away,
> In vain I struggle for release,
> The victim of a new disease,
> To wit, Borooah on the brain.

The poet, a victim of the strange malady "Borooah on the brain" courts a premature grave, and requests his friends to raise a tablet, and thereon to engrave the piteous tale of one who died so young. Lest his friends might not properly carry out his wishes the poet supplies his own epitaph,—

> Here rests, by trouble vexed no more,
> The bard of Sab-se-chota-pore;
> He lived beloved, he died demented,
> Killed by a name of sound more wild
> That e'er was for a forktailed child
> In Pandemonium invented!
> Time was he trotted a merry note;
> Now death has stilled his tuneful throat,
> Has bid his lyric lips be dumb;
> Woe worth the day that weird sound smote
> On his astounded tympanium!
> Then traveller, pause, let fall a fear,
> And backward read recorded hear,
> The name of doom, the name of fear,
> Anundoram, Anundoram,
> The king of sounds, uncouth and queer,

Of all that can revolt the ear,
Cacophonous compendium
Anundorum Borooah,
Anundoram, Anundoram,
Anundoram Borooah!

We have at present no means to know whether Mr. Borooah had ever read this attempt to have innocent fun at the expense of his name. The book was published in 1895, six years after the death of Mr. Borooah, but the poem might have been published in some periodical during Mr. Borooah's life-time. The poet was assured to some extent of the presence of an unsuspected vein of humour in the great Sanskritist, who, being a poet of no mean order himself and a deeply read student of Eastern and Western literature, would have taken the whole performance good-humouredly. The poem seems to indicate that Mr. Borooah was an object of great interest and popularity in the circle of his civilian colleagues. When the poet sees the vision of Mr. Borooah in his dream.

He smiles upon me, calls me 'pal'
That peerles's name's original
In mould corporeal confest;
He deigns with me to talk and jest;
To chaff, drink pegs, and all the rest,
As man does with his brother man.

All this tends to show that Mr. Borooah was not an unsociable bibliophile as he has been supposed to be. The reference to the 'horoscopic hoax' that Mr. Borooah was said to have played upon the easy-going countrymen of the poet, and which was the subject of comment in the columns of the *Pioneer* shows how great an interest had centred round this intellectual prodigy from Assam. While a whole poem has been woven

round the mystic associations of such oriental names as Kubla Khan, Xanadu, Abyssinia and Abora, it is not surprising that the poetically-minded Indian Civil Servant found something mysteriously fascinating in the name Anundoram Borooah. We may, irreverently, perhaps parody Tennyson's lines and apply them to this happy effort of the 'Bard of Sab-se-choto-pore',

> He dwelt upon a word we know,
> Repeating, till the word we know so well,
> Became a wonder, and we know not why.

—*S. K. Bhuyan.*

3. *The Indian Antiquary,* July 1920.

MISCELLANEOUS.

**"Contributions to the study of the Ancient Geography of India."**

*A Noteworthy Omission.*

Our thanks are due to Mr. Surendra Nath Majumdar Sastri M.A. for publishing in the *Indian Antiquary* of February 1919, a bibliography on the ancient geography of India. While Mr. Majumdar has included such books as Babu Nabin Chandra Dasa's *Geography of Asia, compiled from the Ramayana*, which he himself styles as of no importance, it is extremely regrettable that he has omitted from the list by far the most important contribution on the subject made by an Indian. We cannot point to a more devoted scholar in the field of Sanskrit research than the late Mr. Anundoram Borooah B.A., I.C.S., Barrister-at-Law, of Assam. His *English-Sanskrit Dictionary* written in the late seventies was for a long time the only book of that type by an Indian.

